# সুকন্যাসুন্দৰী

উপাখ্যান।


শ্ৰীদণ্ডীধৰ যম ৰচিত।

তেজপুৰ।

শ্ৰীচন্দ্ৰকান্ত বৰুৱা সম্পাদিত



শ্ৰীডম্বৰুধৰ বৰা জমাদাৰ দ্বাৰা

প্ৰকাশিত।

নগাও—আসাম।

# সুকন্যাসুন্দৰী

## উপাখ্যান।



শ্ৰীযুক্ত দণ্ডীধৰ যম ৰচিত।

তেজপুৰ, চতিযা।

শ্ৰীযুক্ত চন্দ্ৰকান্ত বৰুৱা সম্পাদিত

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য দ্বাৰা

"সংশোধিত" হৈ

শ্ৰীযুক্ত ডম্বৰুধৰ বৰা জমাদাৰ দ্বাৰা

প্ৰকাশিত।

মুল্য ।৵০ আনা মাথেন

এই পুথি খানি ডিব্রুগড় নিবাসী শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য ডাঙ্গৰীয়াই আদি অন্ত সমুদাই চাই সংশোধন কৰিদিছে সেই বাবে উক্ত ডাঙ্গৰীয়াৰ গুৰিত চিৰকাল কৃতজ্ঞতা পাশত আবদ্ধ থাকিলোঁ।।

লিখোঁতা

# উছর্গা।

পৰমপূজনীয় শ্বশুৰ—

৺ভাদিৰাম বৰকটকী মৌজাদাৰ ডাঙ্গৰীয়াৰ পবিত্ৰ নামত এই ক্ষুদ্ৰ পুথি খানি সভক্তিৰে উৎসৰ্গ কৰিলো।

সেবক—

শ্ৰীদণ্ডীধৰ যম



# সুকন্যাসুন্দৰী

## উপাখ্যান।

—:০:—

শ্ৰীকৃষ্ণায় নমঃ।

—:০:—

### পদ।

জয় নমো নাৰায়ণ সত্য সনাতন।
জয় জগদীশ জয় পতিত পাৱন ॥
জয় কৃষ্ণ ইষ্টদেৱ জয় পীতাম্বৰ।
জয় চক্ৰপাণি জয় দেৱ দামোদৰ ॥ ১ ॥
জয় দীনবন্ধু জয় ভকতৰ ধন।
জয় পদ্মপাণি জয় দেৱ নিৰঞ্জন ॥
তুমি বল বুদ্ধি মোৰ তুমি মন প্ৰাণ।
তুমি শক্তি সুখদাতা তুমি মোৰ জ্ঞান ॥ ২ ॥

শিৰে লৈয়া তুয়া পদ ৰেণু চৰণৰ।
মহামূৰ্খ সাহকৰি হওঁ অগ্ৰসৰ॥
তোমাৰ ভকত যিটো সাধু মহাজন।
সবাকো বন্দনা কৰো ধৰিয়া চৰণ॥ ৩॥
তব প্ৰিয় ভক্ত কবি আছে যত যত।
সিসবাৰো চৰণত কৰো দণ্ডৱত॥
সবাকো সহায় কৰি ময় মূঢনৰ।
বিৰচিবো ইটো কথা মহাপুৰাণৰ॥ ৪॥
পৰম মধুৰ ইটো ভাগৱত পদ।
একচিত মনে শুনা যত সভাসদ॥
শুকমুনি বোলে শুনা ৰাজা পৰীক্ষিত।
সূৰ্য্যবংশাখ্যান কথা ভুবনে বিদিত॥ ৫॥
সেহিবংশে শৰ্য্যাতি নামত নৃপবৰ।
পৰম ধাৰ্ম্মিক ৰাজা মনুৰ কোঙৰ॥
ক্ষমাগুণে ধৰা যেন তেজে দিনকৰ।
প্ৰজাৰ পালনে যেন ৰাম ৰঘুবৰ॥ ৬॥
বুদ্ধি বৃহস্পতি সম অত্যন্ত গম্ভীৰ।
ধৰ্ম্মকৰ্ম্মে ৰত সদা প্ৰফুল্ল শৰীৰ॥
বিষ্ণুত ভকত ৰাজা অন্যে নাই মতি।
ন্যায়মতে প্ৰজাপালে আনন্দে নৃপতি॥ ৭॥

# উছর্গা।

পৰমপূজনীয় শ্বশুৰ—

৺ভাদিৰাম বৰকটকী মৌজাদাৰ ডাঙৰী-
যাৰ পবিত্ৰ নামত এই ক্ষুদ্ৰ পুথি খানি
সভক্তিৰে উৎসৰ্গ কৰিলো।

সেবক—

শ্ৰীদণ্ডীধৰ যম



# সুকন্যাসুন্দৰী

## উপাখ্যান ।

—:○:—

শ্ৰীকৃষ্ণায় নমঃ ।

—:○:—

### পদ ।

জয় নমো নাৰায়ণ সত্য সনাতন ।
জয় জগদীশ জয় পতিত পাৱন ॥
জয় কৃষ্ণ ইষ্টদেৱ জয় পীতাম্বৰ ।
জয় চক্ৰপাণি জয় দেৱ দামোদৰ ॥ ১ ॥
জয় দীনবন্ধু জয় ভকতৰ ধন ।
জয় পদ্মপাণি জয় দেৱ নিৰঞ্জন ॥
তুমি বল বুদ্ধি মোৰ তুমি মন প্ৰাণ ।
তুমি শক্তি সুখদাতা তুমি মোৰ জ্ঞান ॥ ২ ॥

শিৰে লৈয়া তুয়া পদ ৰেণু চৰণৰ।
মহামূৰ্খ সাহকৰি হওঁ অগ্ৰসৰ॥
তোমাৰ ভকত যিটো সাধু মহাজন।
সবাকো বন্দনা কৰো ধৰিয়া চৰণ॥ ৩॥
তব প্ৰিয় ভক্ত কবি আছে যত যত।
সিসবাৰো চৰণত কৰো দণ্ডৱত॥
সবাকো সহায় কৰি ময় মূঢ়নৰ।
বিৰচিবো ইটো কথা মহাপুৰাণৰ॥ ৪॥
পৰম মধুৰ ইটো ভাগৱত পদ।
একচিত্ত মনে শুনা যত সভাসদ॥
শুকমুনি বোলে শুনা ৰাজা পৰীক্ষিত।
সূৰ্য্যবংশাখ্যান কথা ভুবনে বিদিত॥ ৫॥
সেহি বংশে শৰ্য্যাতি নামত নৃপবৰ।
পৰম ধাৰ্ম্মিক ৰাজা মনুৰ কোঙৰ॥
ক্ষমাগুণে ধৰা যেন তেজে দিনকৰ।
প্ৰজাৰ পালনে যেন ৰাম ৰঘুবৰ॥ ৬॥
বুদ্ধি বৃহস্পতি সম অত্যন্ত গম্ভীৰ।
ধৰ্ম্মকৰ্ম্মে ৰত সদা প্ৰফুল্ল শৰীৰ॥
বিষ্ণুত ভকত ৰাজা অন্যে নাই মতি।
ন্যায়মতে প্ৰজাপালে আনন্দে নৃপতি॥ ৭

দুই জনা ৰাণী তান পৰমাসুন্দৰী।
ৰূপে লাজ দিয়ে যেন স্বৰ্গবিদ্যাধৰী॥
সৰ্ব্ব সুলক্ষণা নাৰী স্বামীত ভকতি।
কৰন্ত সযত্নে যেন লক্ষ্মী সৰস্বতী॥ ৮॥
এহিমতে দুয়ো ভাৰ্য্যা সমে মহীপাল।
পৰম কৌতুক মনে আছে কত কাল॥
তাত পাছে কত দিনে পাণ্ডুৰ সন্ততি।
প্ৰথমা ৰমণী তান হয় গৰ্ব্ভাৱতী॥ ৯॥
ধৰ্ম্মে মতি বাঢ়ে যেন ধাৰ্ম্মিকৰ মন।
সংসাৰীও মায়া মোহে হোৱয় মগন॥
সেহি মতে অভিলাষ কৰি সন্তানৰ।
মহানন্দে ৰঙ্গে ভাৰ্য্যাসহ নৰবৰ॥ ১০॥
এক দুই কৰি ক্ৰমে হয় দশমাস।
নৃপতিৰো বৃদ্ধি হয় মনৰ উল্লাস॥
কতদিনে কন্যা কিবা পুত্ৰ জন্ম হয়!
সৰ্ব্বক্ষণে নৰপতি তাকেসে বাঞ্চয়॥ ১১॥
শুভক্ষণ সময়ত ৰাণী গুণৱতী।
প্ৰসবিল অনুপমা তনয়া সন্ততি॥
ৰাজাৰ ভবন তেজে আলোকিত হয়।
পূৰ্ণিমাৰ চন্দ্ৰ যেন দেখি জ্যোতিৰ্ম্ময়॥ ১২

হেন অপৰূপ বৰ লভি কন্যাধন।
আনন্দে মগন ভৈল নৃপতিৰ মন।
জন্মোৎসব কৰে ৰাজা বিধিৰ বিধানে।
মহাসমাৰোহে নিয়োজিয়া স্থানে স্থানে ॥ ১৩ ॥
অনাইয়া অসংখ্যাত নটনটীচয়।
কৰাইলন্ত গাণবাদ্য নৃপ মহাশয় ॥
দুখী ভিক্ষী ব্ৰাহ্মণক কৰি সতকাৰ।
ধন বস্ত্ৰ দান ৰাজা কৰিল অপাৰ ॥ ১৪ ॥
অন্নদান ভূমিদান কৰি দ্বিজগণে।
বন্ধুবৰ্গ সবাকো তুষিল নানাধনে ॥
এহিমতে নৰপতি জন্মোৎসব কৰি।
পৰম আনন্দে বৈলা আপোন নগৰী ॥ ১৫ ॥
কত দিনান্তৰে ৰাজা আনি পুৰোহিত।
নামকৰণ কৰে যেন শাস্ত্ৰৰ বিহিত ॥
পৰমাসুন্দৰী দেখি তনয়াৰ নাম।
সুকন্যা ৰাখিল পুৰোহিত গুণধাম ॥ ১৬ ॥
দিনে দিনে বাঢ়ে কন্যা ৰাজাৰ আলয়।
দ্বিতীয়াৰ শশী যেন ক্ৰমে বৃদ্ধি হয় ॥
নৃপতিৰ তনয়াত স্নেহ অতিৰেক।
ব্যাকুলিত হয় প্ৰাণ নেদেখি ক্ষণেক ॥ ১৭ ॥

শয়নে সপোনে ৰাজা তনয়াৰ প্ৰতি।
সততে থাকন্ত মায়াবশে লিপ্ত মতি ॥
কন্যায়ো নেৰয় সদা জনকৰ পাস।
জননীৰ স্নেহে যেন নুপুৰয় আশ ॥ ১৮ ॥
পিতা ভিন্ন নজানয় মাতা অন্য জন।
পিতৃয়েই তাইৰ যেন অমূল্য ৰতন ॥
পিতা যদি কোনো দিনা যায় দেশান্তৰী।
সুকন্যায়ো ৰাজা সঙ্গে হয় সহচৰী ॥ ১৯ ॥
পিতাৰ বাধাকো ৰাজসুতা নগণয় ॥
পিতৃ বিনে যেন দেহে প্ৰাণ নথাকয় ॥
এহি মতে স্নেহে মজি আছে নৰেশ্বৰ।
পাছ কথা শুনা ৰাজা আত অনন্তৰ ॥ ২০ ॥
আজি কালি কৰি কন্যা বাঢ়িল যৌবন।
ত্ৰৈলোক্য মোহিনী ৰূপে মোহে মুনিমন ॥
অনুপমাৰূপ তেঁওৰ কি দিবো তুলনা।
স্বৰ্গ বিদ্যাধৰী দেখি হোৱয় বিমনা ॥ ২১।
চন্দ্ৰ যেন নক্ষত্ৰৰ মাজত শোভন।
প্ৰজা মাজে শোভা যেন কৰে নৃপগণ ॥
মূৰ্খমাজে শোভা যেন জ্ঞানীজনে ধৰে।
নিগুৰ্ণীৰ মাজে গুণী যেন শোভা কৰে ॥ ২২

সেহিমত ৰমণীৰ মাজত প্ৰভাৱ।
কৰন্ত প্ৰকাশ যেন মত্ত লক্ষ্মী মায় ॥
হেন ৰূপে কন্যা আছে নৃপতিৰ ঘৰে।
দৈব্যৰ বিপাক শুনা কি ঘটিল পৰে ॥ ২৩ ॥
একদিনা মহামতি শৰ্য্যাতি ৰাজন।
নিমন্ত্ৰিয়া অনাইলন্ত পাত্ৰ মন্ত্ৰীগণ ॥
সবাকো সম্বোধি বোলে মনুৰ সন্ততি।
মৃগয়া উদ্দেশে কালি কৰিবোহো গতি ॥ ২৪ ॥
সমদলে অৰণ্যত যাওঁ সৰ্ব্বজন।
শীঘ্ৰে সাজুকৰা গজবাজী সৈন্যগণ ॥
অন্যান্য সম্ভাৰ আৰু সুখাদ্য সকল।
দশম দিনস অৰ্থে গোটোয়া সম্বল ॥ ২৫ ॥
কালি প্ৰভাততে যাইবো শুভ যাত্ৰা কৰি ॥
মুখ্য পাত্ৰ তুমি যত্নে ৰাখিবা নগৰী ॥
হেন যেবে আদেশ কৰিল নৰৰায়।
সুকন্যাসুন্দৰী আসি বন্দিল ত্বৰায় ॥ ২৬ ॥
কৰযোড় কৰি কন্যা বুলিল বচন।
ময়ো লগে যাইবো পিতা কৰো নিবেদন ॥
তোমাৰ সঙ্গতি এড়ি হওঁ জ্ঞান হত।
মোকো লৈযা যোযা বনে তোমাৰ লগত ॥ ২৭ ॥

তোমাৰ লগত ভ্ৰমি অৰণ্য ভিতৰ।
নানা ৰমনীয় শোভা দেখিবো বনৰ ॥
দেখিবো বনত আনো বন্য জন্তুগণ।
আৰু অসংখ্যাত মৃগ পক্ষী অগণন ॥ ২৮ ॥
মহাযোগী সাধু সব কৰিবো সাক্ষাত।
আৰু ঋষি পত্নীচয় দেখিবোহো তাত ॥
নাৰীৰ স্বাধীন মানে পিতৃৰ আলয়।
যত দিন থাকে মাত্ৰ তত দিন ৰয় ॥ ২৯ ॥
স্নেহময়ী জননীৰ স্নেহৰ ছায়াত।
অভয় সন্তানে থাকি সুখ অসংখ্যাত ॥
এইৰূপ সুখ পিতা জগত ভিতৰ।
স্বৰ্গতো নিমিলে গৈয়া মনুষ্য লোকৰ ॥ ৩০
ভবিষ্যত কথা স্মৰি পৰাণ শুকাই।
জালে বন্দী পশু যেন জ্ঞান শ্ৰুতি নাই ॥
সংসাৰৰ কৰ্ম্মে নৰ হুয়া জৰ্জ্জৰীত।
নেদেখে চকুৰে পথ সদাই তাপিত ॥ ৩১ ॥
হেন জানি পিতৃদেৱ অনুমতি দিয়া।
তোমাৰ স্নেহেৰ সূতা মোকো লগে নিয়া ॥
দুৰ্গম অৰণ্য বুলি নাই তাত দৰ।
তুয়া সঙ্গে হৈব সিটো স্বৰ্গ সমসৰ ॥ ৩২ ॥

এইৰূপ মধুভৰা কথা শুনি পাই।
পৰম স্নেহত মগ্ন ভৈলা নৰৰায় ॥
কোলাত বৈসায়া তনয়াক নৰেশ্বৰ।
কৰিল চুম্বন মুখে কৰিয়া সাদৰ ॥ ৩৩ ॥
বুলিল নৃপতি পাছে তনয়াক চাই।
হৃদয়ৰ ধন তুমি সোহাগৰ আই ॥
নকৰিবা দুখ মাৱ যাবা মোৰ সঙ্গে।
সখিগণ সহ তুমি সাজ হোয়া ৰঙ্গে ॥ ৩৪
এহি মতে আদেশ কৰিয়া নৰবৰ।
কন্যাক সন্তোষি বৈলা আপোনাৰ ঘৰ ॥
পাছদিনা প্ৰভাততে উঠি নৰপতি।
স্নান শেষে নিত্যকৰ্ম্ম কৰি সমাপতি ॥ ৩৫ ॥
মৃগয়াৰ অৰ্থে ৰাজা ভৈল অগ্ৰসৰ।
যত সৈন্য গজ বাজী আসিল সত্বৰ ॥
সুকন্যায়ো সেহিবেলা সখিগণ সঙ্গে।
কাচি পাৰি ওলাইলন্ত মনে বৰ ৰঙ্গে ॥ ৩৬ ॥
পিতৃ মাতৃৰ চৰণত দণ্ডৱত কৰি।
আনো প্ৰিয় পৰিজন বচনে সাদৰি ॥
সখী সমন্বিতে মনোৰমা মহাৰঙ্গে।
ৰথত চৰিল গৈয়া জনকৰ সঙ্গে ॥ ৩৭ ।

নৃপতিয়ো ইস্ট গুৰু স্মৰণ কৰি।
শুভ যাত্ৰা কৰিলন্ত স্মৰিয়া শ্ৰীহৰি ॥
যত সৈন্য হয হস্তী চতুৰঙ্গ দলে।
মহা সমাৰোহে ৰাজা যাই কৌতূহলে ॥ ৩৮ ॥
অসংখ্যাত লোক আৰু গাভী বৎসগণ।
নৃপতিৰ সঙ্গে সঙ্গে কৰিছে গমন ॥
এইৰূপে গৈযা ৰাজা এৰিয়া নগৰ।
প্ৰবেশিল ক্ৰমে ক্ৰমে অৰণ্য ভিতৰ ॥ ৩৯ ॥
অৰণ্যৰ অপৰূপ শোভা চমৎকাৰ।
নেহাৰি নৃপতি হয় আনন্দে অপাৰ ॥
কোনো স্থানে কুলি বোৰে ঘনে গাণ কৰে।
কোনো স্থানে পুষ্প গন্ধে মন প্ৰাণ হৰে ॥ ৪০ ॥
কোনো স্থানে দেখে মনোৰম্য পক্ষীচয়।
কোনো স্থানে নানা জন্তু সুখে বিহৰয় ॥
কোনো স্থানে দেখে মনোহৰ ৰম্যবন।
ফল ফুলে শোভা অতি কৰে বিতোপন ॥ ৪১ ॥
কোনো স্থানে শ্যামবৰ্ণ বৃক্ষ সমুদাই।
নব পল্লবেৰে দেখি নয়ন জুৰাই ॥
শুক শাৰী আদি যত বিহঙ্গম চয়।
ঝাকে ঝাকে পড়ি পড়ি আনন্দে ক্ৰীড়য় ॥ ৪২ ॥

হস্তী ব্যাঘ্র মৃগ সিংহ আদি জন্তুগণে।
পৰস্পৰ ক্রীড়া কৰি থাকে মহাৰঙ্গে ॥
জৰা মৃত্যু নাহি যেন নাহি শোক ভয়।
দেখিযা বনৰ শোভা অনুমান হয় ॥ ৪৩ ॥
হেন অপৰূপ দৃশ্য দেখি নৃপবৰ।
শ্রীহৰিত শ্রদ্ধা ভক্তি বাঢ়িল মনৰ ॥
সেহিবেলা ৰাজা যেন আপনা পাসৰি।
হৰিত মজিযা মন আছে ধ্যান ধৰি ॥ ৪৪ ॥
এহিমতে বিভুপ্রেমে মত্ত হুয়া মন।
অপূৰ্ব্ব বনৰ শোভা কৰিছে দৰ্শন ॥
পৰম কৌতুকে সমদলে নৃপবৰ।
ঋষি আশ্রমৰ গৈযা চাপিল ওচৰ ॥ ৪৫ ॥
চ্যবন মুনিৰ সিটো তপস্যাৰ স্থান।
সশঙ্কিত হুযা ৰাজা কৰে অনুমান ॥
কোন দোষে ঋষি যদি ক্রোধান্বিত হয়।
সসৈন্যে মৰিবো আৰু হৈব কুলক্ষয় ॥ ৪৬
হেন অনুমানি মনে শৰ্য্যাতি ৰাজন।
কৰিল আদেশ শুনা পাত্র মিন্ত্রীগণ ॥
ঋষিৰ আশ্রম ইটো মহা পুণ্যস্থান।
যাহাক দৰ্শনে পাপ হোৱয় নির্য্যান ॥ ৪৭ ॥

দেখা ব্যাঘ্র সিংহ আদি হিংস্র জন্তুচয়।
নাহি কাৰো হিংসা দ্বেষ এক স্থানে ৰয় ॥
পৰস্পৰ দেখি যেন এক জনকৰ।
সকলো সন্তান তাৰ নাই ভিন্ন পৰ ॥ ৪৮ ॥
ভক্তৰ ভক্তিৰ গুণে দেৱ কৃপাময়।
লোকক দেখায এনে মহিমা নিশ্চয ॥
দেখা কেনে ভকতিৰ বল সৰ্ব্বজন।
হিংস্র জন্তু ধৰে কেনে জ্ঞানীৰ লক্ষণ ॥ ৪৯ ।
হেন জানি ইথানত হোৱা সাবধান।
নকৰিবা জীৱ জন্তু প্ৰাণীৰ সন্ধান ॥
নুতুলিবা আশ্ৰমৰ ফল পুষ্পচয়।
হিংসা দ্বেষ এড়া ঐত লোক সমুদয় ॥ ৫০ ॥
মৃগয়া কৰিবো গৈয়া এই বনান্তৰ।
ধীৰে ২ পাৰ হওঁ ঋষি আশ্ৰমৰ ॥
শুক মুনি বোলে শুনা ৰাজা পৰীক্ষিত।
বিধিৰ লিখিতা কাৰো নহয় স্খলিত ॥ ৫১ ॥
হেন যেবে আদেশ কৰিয়া নৃপবৰ।
সাৱধানে যাই সাক্ষী কৰি ঈশ্বৰৰ ॥
সেহি বেলা নৃপসূতা আনন্দিত মনে।
ৰথ হন্তে নামি যায় সখিগণ সঙ্গে ॥ ৫২ ॥

মনোৰম্য স্থান পায় সুকন্যাসুন্দৰী।
নিৰেখিয়া ফুৰে তাত লীলা খেলা কৰি॥
ঋষিৰ উদ্যান কত দেখে মনোহৰ।
অপৰূপ থান সিটো চক্ষু তৃপ্তিকৰ॥ ৫৩॥
তথাত ফুলিয়া আছে পুষ্প অপ্ৰমিত।
সন্দৰ্শনে ৰাজ সুতা হয় হৰিষিত॥
নানা জাতি ফুল দেখি উত্ৰাৱল মন।
কতো পিন্ধে কতো কৰে সুবাস গ্ৰহণ॥ ৫৪
ভাগৱত কথা ইটো শুনা সবে নৰ।
পদবন্ধে নিবন্ধিলো ময় মূঢ়নৰ॥
পদত অপাঠ্য দেখি নকৰিবা ৰোষ।
মহন্তৰ কথা শুনি লভিবা সন্তোষ॥ ৫৫॥
যতেক আছয় পক্ষী এই সংসাৰত।
পাখী অনুসাৰে সবে উড়য় সতত॥
সেহিমতে মোৰ বুদ্ধি শক্তি অনুযায়ী।
বিৰচিলো পদ মহাভাগৱত চাই॥ ৫৬॥
ভক্তৰ ভক্তিত যেন মতে দেৱহৰি।
আপোনাৰ শক্তি দিয়ে মায়া দূৰকৰি॥
এই শাস্ত্রে দেখা চাই যত সাধুনৰ।
কিৰূপ ভক্তিশ বল মহন্ত সবৰ॥ ৫৭॥

জানি সৰ্ব্বজনে ভকতিক কৰা সাৰ।
যাৰ বলে নৰগণ নিস্তৰে সংসাৰ॥
সকলোৰে মূল জানা মাধৱৰ নাম।
নিৰন্তৰে সৰ্ব্বজনে বোলা ৰাম ৰাম॥ ৫৮॥

---

## দুলড়ি।

নমো হৰিৰাম, তুমি পূৰ্ণকাম,
দুখঃহাৰী ভকতৰ।
কৰিছো কাকুতি, কৰা মোৰ গতি,
কৃপাময় দামোদৰ॥
শুক মুনিবৰ, আত অনন্তৰ,
ৰাজাক বুলিল চাই।
শুনা মহাৰায়, পুষ্পবন পায়,
কি কৰিলে সুকন্যাই॥ ৫৯॥

সখিগণ সঙ্গে, নানা কথা ৰঙ্গে,
আনন্দিত হুয়া বৰ ।
চাই পুষ্পবন, ভ্ৰমে সেহিক্ষণ,
কাহাকো নকৰি ডৰ ॥
দেখি নৃপবৰ, স্নেহত তৎপৰ,
নিষেধক সুবুলিলা ।
সুকন্যাসুন্দৰী, ঘূৰি ঘূৰি ফুৰি,
দেখে এক উইছিলা ॥ ৬০ ॥
তাহাৰ ভিতৰ, মুক্তা সমসৰ,
দীপ্তি দেখে বিতোপন ।
কৌতূহলে ধনী, লভিবাক মণি,
কৰিল শীঘ্ৰে গমন ॥
পাই সন্নিহিত, অত্যন্ত চিন্তিত,
মণি লভিবৰ মনে ।
কণ্টকক আনি, মণি অনুমানি,
বিদ্ধ কৰে তাৱক্ষণে ॥ ৬১ ॥
ছিদ্ৰ ধাৰ দিয়া, পৰিপূৰ্ণ হুয়া,
ৰক্ত ধাৰা নিঝৰয় ।
দেখি ভয়মনে, কন্যা তত্তক্ষণে,
চমকিত হুয়া কয় ॥

দেখা সখিগণ, কিলো কুলক্ষণ,
সুবুজো ইহাৰ তত্ব।
উঁই মৃত্তিকান্ত, কিয় অকস্মাৎ,
ৰক্তহয় বিনির্গত ॥ ৬২ ॥
দেখি সখিচয়, মানিয়া বিস্ময়,
কন্যাক দিলে উত্তৰ।
জানা প্রাণ সখি, অদভুত লক্ষি,
কথা ইটো গুৰুত্তৰ ॥
শুনি কনা কনি, পাছে নৃপমণি,
চাপিল গৈয়া ওছৰ।
দেখে বল্মীকৰ, মধ্যম ছিদ্রৰ,
ৰক্ত বহে ঝৰ ঝৰ ॥ ৬৩ ॥
হেন অথন্তৰ, দেখি নৃপবৰ,
পৰম শঙ্কিত মনে।
চায় আগন্তৰি, চিন্তা কৰি কৰি,
স্থিৰ কৰে সেহিক্ষণে ॥
সেহি মহাজন, ভৃগুৰ নন্দন,
কৰি নানা কষ্টব্রত।
সৃষ্টিকৰ্ত্তা হৰি, আৰাধনা কৰি,
আছে ঋষি সিথানত ॥ ৬৪ ॥

এড়িয়া আহাৰ, হুয়া নিৰাহাৰ,
ধ্যানে কতকাল যায় ।
উঁই কীটগণ, হুয়া হৰ্ষ মন,
সুখে লয়ে তাতে ঠাই ॥
আনো অগণন, তৰুলতাগণ,
ঢাকি আছে সিটো ৰূপ ।
মানৱ আকাৰ, নাহি কিছু তাৰ,
কেবল মৃত্তিকা স্তূপ ॥ ৬৫ ॥
তথাপি চ্যবন, ধ্যানত মগন,
কটাক্ষ নাহিকে তাৰ ।
দেৱ নৰচয়, ভয়ে ভীত হয়,
হেন দেখি তপাচাৰ ॥
দেখা সাধুজন ভক্তৰ লক্ষণ,
জীবনৰ আশা এড়ি ।
ঈশ্বৰত মন, দিছে সৰ্ব্বক্ষণ,
তাঙ্ক মাত্ৰ সাৰ কৰি ॥ ৬৬ ॥
মাত্ৰ চক্ষুদ্বয়, প্ৰকাশ কৰয়,
বল্মীকৰ মধ্যস্থলে ।
সুকন্যাসুন্দৰী, মণি মনেকৰি,
বিন্ধিলেক কৌতূহলে ॥

চঞ্চলিত মতি, নাই বুদ্ধি শক্তি,
সুবুজিল অথন্তৰ।
সেহি হেতু তাত, হয় ৰক্তপাত,
সিটো ঋষি নয় নৰ ॥ ৬৭ ॥
হেন বিসঙ্গতি, দেখি নৰপতি,
ভয়ত আকুল মনে।
হুয়া দণ্ডৱত, পৰিল পদত,
ৰাখা বুলি নিজগুণে ॥
নমো ঋষিৰাজ, কৰিল অকাজ,
জ্ঞান শূন্যা কন্যা মোৰ।
কৰিয়ো উদ্ধাৰ, মোক এইবাৰ,
নকৰিয়া দণ্ড ঘোৰ ॥ ৬৮ ॥
তুয়া তত্ত্ব স্বামী, কি বুজিবো আমি,
জ্ঞান হীন মন্দমতি।
অজ্ঞানীক মোক, কৃপা কৰিয়োক,
চৰণে কৰো প্ৰণতি ॥
তুমি মহন্তৰ, সুবুজি পামৰ,
কৰিলো হো অপমান।
প্ৰভু কৃপাময়, হুইয়া সদয়,
দিয়োক অভয়দান ॥ ৬৯ ॥

তব ক্রোধানল, জ্বলন্ত অনল,
ত্রিভুবন দগ্ধ হয়।
তোমাৰ চৰণে, পাশিলো শৰণ,
ৰক্ষা কৰা কৃপাময় ॥
নমস্তে ব্রাহ্মণ, পতিত পাবন,
সমস্ত জগত স্বামী।
তুয়া তুতি নতি, নাজানো দুৰ্ম্মতি,
মায়ায় আবৃত প্রাণী ॥ ৭০ ॥
নমো ভৃগুসূত, মহিমা অদ্ভুত,
দেৱেও নাপাই তত্ত্ব।
মই মূঢ় মতি, কিৰূপে ভকতি,
কৰো তুয়া চৰণত ॥
জ্ঞান হীন নৰ, বুলি ঋষিবৰ,
নিজ গুণে কৃপা কৰি।
দিয়োক নির্ভয়, মোক দয়াময়,
তেবেসে যাওঁ নিস্তৰি ॥ ৭১ ॥
নিজ সন্তানৰ, পিতৃ নিৰন্তৰ,
যেন দোষ এক্তে স্বামী।
আজি সেহি নয়, হুয়োক সদয়,
অবোধ চৰাল জানি ॥

স্তুতি নতি শুনি, পাছে মহামুণি,
যোগ ত্যাগি সেহিক্ষণ।
চক্ষু মেলি চাই, নৃপতিক পাই,
বুলিল আশীৰ্ব্বচন ॥ ৭২ ॥
শুনা নৃপবৰ, নকৰিবা ডৰ,
তোমাৰ দেখি ভকতি।
লভিলো সন্তুষ্ট, নকৰিবা কষ্ট,
মোৰ অৰ্থে নৰপত্তি ॥
মহাযোগ সাধি, হৰিক আৰাধি,
কৰি নানা কষ্ট ব্ৰত।
জীবনৰ গতি, সাধিলো নৃপতি,
মাধৱৰ প্ৰসাদত ॥ ৭৩ ॥
হৰিৰ সাধনে, ভকতি ভজনে,
মোৰ কতকাল ক্ষয়।
আৰে নৰবৰ, বিষয় স্থখৰ,
সম্ভোগত ইচ্ছা হয় ॥
জানা নৃপবৰ, তত্ত্ব ঈশ্বৰ,
স্থবুজয় কোনো প্ৰানী।
কি জানি ঈশ্বৰ, মোৰ ভাগ্যবৰ,
কৰিলে তোমাক আনি ॥ ৭৪ ॥

পৰমা সুন্দৰী, যেন বিদ্যাধৰী,
তনয়া দেখি তোমাৰ।
নয়নৰ তৃপ্তি, লভিলো নৃপতি,
দৃষ্টি কৰি বাৰম্বাৰ ॥
শুনা নৰৰায়, মোৰ অভিপ্ৰায়,
তোমাৰ কন্যা সুন্দৰী ।
লভি ৰঙ্গমনে, সুখ ভুঞ্জি সঙ্গে,
থাকিবো আনন্দ কৰি ॥ ৭৫ ॥
এহি মোৰ মন, হয় এতিক্ষণ,
কৰিয়ো তাৰ বিধান।
বিলম্ব নকৰি, সুকন্যা সুন্দৰী,
কৰা ৰাজা মোক দান ॥
যদিহে ৰাজন, কন্যা সমৰ্পণ,
কৰা তুমি শুদ্ধ মনে।
তবে নৰপতি, লভিবা মুকুতি,
ধন্য হবা ত্রিভুবনে ॥ ৭৬ ॥
হেন বানী শুনি, নৃপ গুণ মণি,
পৰম আনন্দ পায়।
মোৰ ভাগ্য ভাল, নেপাতি জঞ্জাল,
কন্যা মাগে ঋষিৰায় ॥

চৰণত পৰি, মনে ৰঙ্গ কৰি,
ঋষিক বুলিল বাণী।
যদি কৃপাময়, তব কৃপা হয়,
দিবো ময় কন্যা খানি ॥ ৭৭ ॥
তুমি হেন নিধি, মিলাইলেক বিধি,
মোৰ ভাগ্য সীমা নাই।
ইটো মোৰ জন্ম, সাফলিল কৰ্ম্ম,
তোমাক সুহৃদ পাই ॥
পুনঃ পুনঃ ৰায়, চ্যবনক চাই,
কৰযোড়ে বোলে বাণী।
মোৰ দুহিতাৰ, সৌভাগ্য অপাৰ,
পাইল তুমি হেন স্বামী ॥ ৭৮ ॥
এহি বুলি ৰাজা, মাতি মন্ত্ৰী প্ৰজা,
যোগ কৰি সেহিক্ষণে।
আনি পুৰোহিত, শাস্ত্ৰৰ বিহিত,
বিবাহে বসিল ৰঙ্গে ॥
ভকতি ভাৱত, বেদ পন্থ মত,
ঋষিৰ তুষিয়া মন।
দুহিতাক আনি, ৰাজা মহামানী,
কৰিলন্ত সমৰ্পণ ॥ ৭৯ ॥

কৰিয়া কৌতুক, অনেক যৌতুক,
দিলন্ত কন্যাক ৰায়।
দাস দাসী যত, লিখা দিবো কত,
তাৰ সীমা সংখ্যা নাই ॥
অন্য ঘোড়া হাতী, বৎস সহ গাভী,
যাৰ নাই পৰিমাণ।
মণি মৰকত, সুবৰ্ণ ৰজত,
দিলে বহু বিধ দান ॥ ৮০ ॥
পাছে নৰপতি, কৰিয়া প্ৰণতি,
ঋষিক বোলে বচন।
শুনা ঋষিৰায়, কন্যা তুয়া পাৱে,
দোষী হৈব সৰ্ব্বক্ষণ ॥
নিজ দাসী বুলি, ক্ষমিবা সতত,
নকৰিবা দণ্ডঘোৰ।
কৰো অনুমান, তেবে হৈব ত্ৰান,
জ্ঞান হীনা কন্যা মোৰ ॥ ৮১ ॥
আত অনন্তৰ, কৰিয়া সাদৰ,
কন্যাক বোলে বুজাই।
দেৱ হেন মানি, ঋষি বাক্য খানি,
পালিবা সততে আই ॥

স্বামী ধনজন, স্ত্ৰীৰ জীবন,
স্বামী সে পৰম দেৱ।
পতি বিনে আৰু, সতী ৰমণীৰ,
আন গতি নাই কেউ ॥ ৮২ ॥
আক ধৰি মনে, সদা সৰ্ব্বক্ষণে
তান আজ্ঞা শীৰে ধৰি।
হুয়া অনুগত, থাকিবা সতত,
আলস্যক পৰিহৰ ॥
তাত পাছে নানা, বিনয় বচনে,
ঋষিক সন্তোষি ৰায়।
প্ৰজা সমন্বিতে, নৃপ হৃষ্ট চত্তে,
নিজ ৰাজ্যে চলি যায় ॥ ৮৩ ॥
আশ্ৰমক এড়ি, বন উপবন,
তাকো এড়াই পাইল গ্ৰাম।
মহা আনন্দতে, ৰাজা এহিমতে,
পশিলন্ত নিজধাম ॥
হে কৃষ্ণ দেৱ, কৰো মই সেৱ,
তোমাৰ চৰণে ধৰি।
অজ্ঞানী পামৰ, নাই মোত পৰ,
চক্ষু মেলি চোৱা হৰি ॥ ৮৪ ॥

লভি নৰতনু, তল গৈলো পুনু,
নকৰিলো কোনো কাজ।
যেন জলবিম্ব, জলত লুকাই,
ওলাই জলৰ মাজ॥
সেহি মতে হৰি, তোমাক পাসৰি,
জীৱন্ততে ভৈলো মৰা।
বিষ বৃক্ষগণ, আছে অগণন,
ফল ফুলে দাল ভৰা॥ ৮৫॥
তাৰ পৰা কাৰ, আছে উপকাৰ,
অপকাৰ মাত্ৰ পাই।
মোৰো সেহিনয়, জানা দয়াময়,
ধৰিয়া মনুষ্য কায়॥
নমো নমো হৰি, মায়া দূৰ কৰি,
কৰা মোক পৰিত্ৰান।
পৰম আতুৰ, হুয়া দামোদৰ,
মাগিছো ভকতি দান॥ ৮৬॥
শুনা সৰ্ব্বজন, ক্ষণিক জীবন,
হেলাত নকৰি হানি।
জগত জীবন, দেৱ নাৰায়ন,
মনে ধৰা সাৰ মানি॥

ভকতি বিনাই, গতি নাই নাই,
জানি আন মন এড়া।
মনুষ্য জন্মৰ, হউক সাৰ্থক,
হৰি হৰি বুলি তৰা ॥ ৮৭ ॥

---

## পদ।

শুকমুনি বোলে শুনা পৰীক্ষিত ৰায়।
যি কৰিল ঋষিৰাজ কন্যাক বিহায় ॥
পাছ কথা কওঁ ৰাজা আত অনন্তৰ।
পৰম মধুৰ কথা প্ৰিয় জগতৰ ॥ ৮৮ ॥
পত্নী পাই ঋষিবৰ সন্তোষ লভিল।
পূৰ্ণিমাৰ চন্দ্ৰ যেন হাততে মিলিল ॥
দৰিদ্ৰ পাইল যেন অক্ষয় ভণ্ডাৰ।
সিৰূপ ঋষিৰ আনন্দৰ নাই পাৰ ॥ ৮৯ ॥
নবীনা যুবতী কন্যা সংসাৰ মোহিনী।
হৃদয়ে শোভয় তান যেন সৌদামিনী ॥

ভাৰ্য্যা দেখি মনে মনে ভোগ বাঞ্ছা কৰে।
কিন্তু শুষ্ক দেহ ঋষি তপস্যাৰ তৰে ॥ ৯০ ॥
কিৰূপে বাসনা বল পৰিপূৰ্ণ হয়।
তাকে চিন্তি উদবিগ্ন ভৃগুৰ তনয় ॥
যাহাক শ্ৰীহৰি স্নেহ কৰে সৰ্ব্বক্ষণ।
তাঁহাৰ অসাধ্য কিবা আছে ত্ৰিভুবন ॥ ৯১ ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত যাহা বাঞ্ছা হয়।
তপস্যাৰ বলে যোগী তাহাক পাৱয় ॥
ভক্তৰ মহিমা ৰাজ্ঞা নাই পৰিমান।
প্ৰহ্লাদ চৰিত্ৰে লোৱা তাহাৰ প্ৰমান ॥ ৯২ ॥
ভক্তিৰ বলত হৰি এড়াব নোৱাৰি।
বশ্য হুয়া বলিদ্বাৰে কৰিয়াছে দ্বাৰী ॥
ভক্তিৰে আছিল বসুদেৱে বশ্যকৰি।
পুত্ৰৰূপে পাইল যিটো জগতৰ হৰি ॥ ৯৩ ॥
ভক্তিবলে নন্দজায়া দোষ অনুমানি।
জৰী দিয়া ঈশ্বৰক বান্ধে টানি টানি ॥
ভক্তিবলে অমৰত্ব হয় নৰগণ।
দেখা মাৰ্কণ্ডেয় ঋষি মৃকণ্ডু নন্দন ॥ ৯৪ ॥
সপ্তবৰ্ষ আয়ু আছিলেক মাৰ্কণ্ডৰ।
ভক্তিবলে সপ্ত কল্প জীয়ে মুনিবৰ ॥

হৰি ভকতিৰ বল দেখা সৰ্ব্বজন।
অতঃপৰ কিকৰিল মহৰ্ষি চ্যবন ॥ ৯৫ ॥
যৌবনৰ আশা কৰি ঋষি মহাশয়।
ঈশ্বৰক নানা মতে কৰিল বিনয় ॥
নমো নমো বিশ্বনাথ অনন্ত শকতি।
নমো কৃপাসিন্ধু তুমি অগতিৰ গতি ॥ ৯৬ ॥
নমো মৎস্য অবতাৰ নমো কূৰ্ম্মৰূপ।
নমো নৰসিংহ নমো বামন স্বৰূপ ॥
নমো ৰাম অবতাৰ নমো পশুৰাম।
নমস্তে বৰাহ ৰূপ নমো হলিৰাম ॥ ৯৭ ॥
নমো বুদ্ধ অৱতাৰ নমো কল্কী হৰি।
অসীম শক্তিৰে আছা জগতক ধৰি ॥
তুমি ব্ৰহ্মা তুমি শিব তুমি দিবাকৰ।
তুমি চন্দ্ৰ তুমি সূৰ্য্য তুমি জলেশ্বৰ ॥ ৯৮ ॥
তুমি ইন্দ্ৰ তুমি যম তুমি হুতাশন।
আত্মাৰূপে সৰ্ব্বভূতে থাকা সৰ্ব্বক্ষণ ॥
অনাদি অনন্ত ভাবে তুমি নিৰন্তৰ।
বিশ্বৰূপে ব্যাপি হৰি আছা চৰাচৰ ॥ ৯৯ ॥
অন্তৰ্য্যামী তোমাৰ নাহিকে অগোচৰ।
সবে জ্ঞাত আছা যিটো বাসনা মনৰ ॥

দুঃখিতক দয়াকৰি বিপদ ভঞ্জন।
পূৰ্ণ শক্তি দিয়া কৰা বাঞ্চিত পূৰণ ॥ ১০০ ॥
এহি মতে নানা স্তুতি কৰে মুনিবৰ।
উগৰন্তে বুজিলেক সবে অথন্তৰ ॥
ঋষিৰ আগত আসি দিল দৰশন।
শৰীৰৰ জ্যোতি যেন ৰবিৰ কিৰণ ॥ ১০১ ॥
অদ্ভুত ৰূপক দেখি হৰষিত মনে।
দণ্ডৱত হুয়া পৰে হৰিৰ চৰণে ॥
স্তুতি নতি কৰি আপোনাৰ অভিলাষ।
হৰিৰ আগত মুনি কৰিল প্ৰকাশ॥ ১০২।
শুনি নাৰায়ণে কৰিলন্ত অনুমান।
ভোগ সুভুঞ্জিলে নোপজয় দিব্যজ্ঞান ॥
সেহি জন্যে বিষয়ত হয় আশকতি।
নাপাইলে হৈবন্ত মুনি চঞ্চলিত অতি ॥ ১০৩ ॥
হেন মনে গুনি পাছে ত্ৰিদশ ঈশ্বৰ।
পূৰ্ণ হৌক অভিলাষ তোমাৰ মনৰ ॥
এহি বুলি তথা হৈতে ভৈলা অন্তৰ্দ্ধান।
ঋষিয়ো প্ৰসন্ন মনে বৈল নিজস্থান ॥ ১০৪ ॥
দেৱ বৈদ্য দুজনাক গৈয়া দামোদৰ।
কৰিল আদেশ যোৱা ঋষিৰ গোচৰ ॥

যেহি বৰ তোমাসাত মাগে তপোধন।
ইচ্ছামত দিয়া তোৰা কৰিবা গমন ॥ ১০৫ ॥
হেনয় আদেশ শুনি অশ্বিনীকুমাৰ।
সেহিক্ষণে চলে হুয়া আনন্দ অপাৰ ॥
পথ মাজে বোলা বুলি কৰে দেবগণ।
অমৰ সমাজে আমি অতি অভাজন ॥ ১০৬ ॥
বৈদ্য বুলি যজ্ঞ ভাগ নাহি দিয়ে দেৱে।
সিকাৰণে নীচ ভাবি সুপূজয় কেঁৱে ॥
এহি সুযোগত্তে আজি তুষি আৰ মন।
কৰিবো যিমত্তে হয় মানষ পূৰণ ॥ ১০৭ ॥
পৰম তপস্বী তেজৱন্ত ঋষিৰায়।
সিদ্ধি হৈব প্ৰয়োজন তাঁহাৰ কৃপায় ॥
হেনমতে আলোচিয়া দেৱ দুইজন।
চ্যবন ভবনে গৈয়া ভৈল উপসন ॥ ১০৮ ॥
দেখিলে ঋষিক তাত অশ্বিনীকুমাৰ।
ব্যাঘ্ৰ চৰ্ম্ম পৰিধান শিৰে জণ্টাভাৰ ॥
জীৰ্ন শীৰ্ন তপস্যায় ভগ্ন কলেবৰ।
সঙ্গে আছে এক কন্যা শ্ৰেষ্ঠা জগতৰ ॥ ১০৯ ॥
মনত আশ্চৰ্য্য মানি বোলে দেৱচয়।
বিভুৰ মহিমা বোনে দেখা বিপৰ্য্যয় ॥

শুষ্ক সৰোবৰে যেন কমলৰ দল।
জলৰ অভাবে কিছু নহয় বিকল ॥ ১১০ ॥
ফল পত্ৰ হীন বৃক্ষে যেন পক্ষীচয়।
ঝাকে ঝাকে পৰি পৰি সুখে বিহৰয় ॥
পুষ্পহীন উদ্যানত যেন মধুকৰ।
গুণ গুণ শব্দে ভ্ৰমি ফুৰে নিৰন্তৰ ॥১১১ ॥
বস্ত্ৰহীন অলঙ্কাৰে শোভা যেন পাই।
ঋষিৰ সঙ্গত কন্যা তেনে প্ৰভা নাই ॥
আচৰিত হুয়া দুয়ো দেৱ বৈদ্যবৰ।
ঋষি সম্ভাষণ কৰিলন্ত অতঃপৰ ॥ ১১২ ॥
ঋষিয়ো সাদৰে উঠি বসিবাক দিল।
মিষ্টবাক্যে তাসম্বাক সন্তোষ কৰিল ॥
আপোনাৰ অভিলাষ সিদ্ধ মনে জানি।
দেৱক সাদৰে ঋষি বুলিলন্ত বাণী ॥ ১১৩ ॥
মোৰ পৰিচয় জানা অশ্বিনীকুমাৰ।
ভৃগুৰ নন্দন বুলি বিখ্যাত সংসাৰ ॥
হৰি সাধনায় দেৱ আছিলোহো ৰত।
শীত গ্ৰীষ্ম বৰ্ষা ক্লেশ সহি নানা মত ॥ ১১৪
এহি মতে কত কাল তপস্যায় যায়।
উঁইছিলা উদ্ভিদাদি হৈল মোৰ গায় ॥

একান্ত ভকতি দেখি জগত ঈশ্বৰ।
সাক্ষাত দিলন্ত আসি কৰিয়া আদৰ ॥ ১১৫ ॥
মনোমত বৰ দিয়া গৈল নিজ স্থান।
জীৱন্তে লভিলো গতি হৰি বিদ্যমান ॥
তথাপি চঞ্চল মতি নুগুছে মনৰ।
সংসাৰে ৰাসনা মোৰ হয় নিৰন্তৰ ॥ ১১৬ ॥
বিষয় সম্ভোগ কৰি মন ৰাখি স্থিৰ।
পৰিত্যাগ কৰিবোহো নশ্বৰ শৰীৰ ॥
সংসাৰে আসিয়া জীব ভোগ বাঞ্চা কৰে।
তাক নুভুঞ্জিলে মনে চিন্তা কৰি মৰে ॥ ১১৭ ॥
পুনঃ ধৰাধামে আসি হোৱয় জনম।
ঈশ্বৰে নাযাই লীন সেই মহাজন ॥
হেন মনেমানি মই বিবাহ কৰিলো।
বিপৰীত সব কথা এই নিবেদিলো ॥ ১১৮ ॥
কিন্তু তপস্যায় মোৰ ভগ্ন কলেৱৰ।
কিৰূপে কৰিবো পূৰ্ণ বাসনা মনৰ ॥
গিৰী আৰোহণে যেন পঙ্গু ইচ্ছা কৰে।
ভক্তি হীনে যেন মিচা ভক্ত নামধৰে ॥ ১১৯ ॥
সেহি পটন্তৰ মোৰ জানা দেৱগণ।
কৰিয়ো উপায় আৰ হৈয়া সুপ্ৰসন্ন ॥

মোৰ সঙ্গে দেখা কন্যা অপেস্বৰা নয় ।
শশীসম জ্বলে যাৰ দেহা অতিশয় ॥ ১২০ ॥
তোমাসাৰ অনুগ্ৰহে লভিলে যৌবন ।
সংসাৰৰ ভোগে মোৰ তৃপ্ত হয় মন ॥
যুৱক কৰিয়া মোৰ কৰা উপকাৰ ।
ময়ো পুৰাইবোহো সিটো ইচ্ছা তোমাসাৰ ॥ ১২১ ॥
তপৰ প্ৰভাবে ময় দেবগণ মাজে ।
দিবো যজ্ঞ ভাগ দেখিবেক সামৰাজে ॥
নকৰিবা কিছু চিন্তা তাৰ অৰ্থে বৰ ।
মোৰ সিদ্ধি কৰা ইটো বাঞ্ছিত মনৰ ॥ ১২২ ॥
হেনয় কাৰুণ্য বাক্য ঋষিৰ শুনিয়া ।
অশ্বিনীকুমাৰ বোলে ঈষত হাসিয়া ॥
মনোৰথ সিদ্ধি তব হৈব তপোধন ।
নকৰা সংশয় কিছু তাহাৰ কাৰণ ॥ ১২৩ ॥
শুনা সৰ্ব্বজন ইটো কথা ভাগৱত ।
শ্ৰবণে বিনাশ হয় পাতক সমস্ত ॥
এক চিত মনে আক সদা কৰা পান ।
বাঢ়িব হৰিত ভক্তি লভি দিব্যজ্ঞান ॥ ১২৪
হৰিৰ চৰণ বিনে সংসাৰ সাগৰে ।
তৰনৰ গতি নাই জানা সাৰে সাৰে ॥

চেতমনে ধৰি তান অমূল্য ভকতি।
হৰি হৰি বুলি সাধা জীৱনৰ গতি ॥ ১২৫ ॥

---

# ছবি।

নমো নমো নাৰায়ণ, দীনদুখ বিনাশন,
কৰি তুয়া চৰণে আশ্ৰয়।
মহা ভাগৱত পঠ নিবন্ধিলো নূতনৰ,
মোক কৃপা কৰা দয়াময় ॥
এহি বুলি দেৱ দুই, ঋষিক লগত লৈ,
এক ৰম্য উদ্যানে পশিল।
অতি মনোহৰ ঠাই, যাহাৰ উপমা নাই,
দেখি মুনি সন্তোষ লভিল ॥ ১২৬ ॥
ছয় ঋতু এক সঙ্গে, থাকে তাত অনুক্ষণে,
বসন্তৰ প্ৰবল প্ৰভাৱ।
দালে বসি পিক কুল, কৰে যেন হুয়া ভোল,
সুমধুৰ গাণৰ আৰাৱ ॥

ময়ূৰ ময়ূৰী কত, নাচে ৰঙ্গে অবিৰত,
আৰু অন্য নানা পক্ষীচয়।
মধুময় ফল খাই, মন সুখে গান গাই,
উড়ি পৰি তথাত ক্রীড়য় ॥ ১২৭ ॥
স্থানে স্থানে চাৰুত্তৰ, আছে কত সৰোবৰ,
পদ্মগণে সুশোভিত কৰি।
শৰালী বগলি বক, দৈকলা কোড়াকঙ্ক,
অসংখ্যাত পক্ষী আছে পৰি ॥
দেবট্টী মৎস্য ৰঙ্গা, ৰাজ পক্ষী হংস চিলা,
আদি যত বিহঙ্গম চয়।
জলৰ ওপৰে উড়ি, আনন্দৰে ক্রমে ঘূৰি,
দৰশনে চক্ষু তৃপ্তি হয় ॥ ১২৮ ॥
কতো পক্ষি কাখৰত, থাকে যোগ ধাৰী মত,
দুই চক্ষু মুৰাই সঘন।
কতো কাটি কৰি গাৰ, লাসে ২ চলাই পাৰ,
যেন মহা ভক্তৰ লক্ষণ ॥
কোনো ঠাই পুষ্পবন, আছে অতি বিতোপন,
দেখি যাক দেৱ মোহ যায়।
কুসুম কেতেকী ফুল, গন্ধে মন কৰে ভোল,
পৰম অমূল্য সিটো ঠাই ॥ ১২৯ ॥

সিংহচপা নাগেশ্বৰ, দেখি তৃপ্তি নয়নৰ,
সূৰ্য্যকান্তি বকুল বন্দুলি।
কদম্ব কাঞ্চন জাই, মালতী মকুৰা জুই,
দাল ভৰি আছে ফুলি ফুলি॥
গুটি মালী গন্ধ ৰাজ, ৰাজ চপা মনিৰাজ,
শিৰীষ সেউটী মনোহৰ।
অশোক অপাৰ বক, পলাশ মন্দাৰ যত,
প্ৰস্ফুটিত পুষ্প নিৰন্তৰ॥ ১৩০॥
কৃষ্ণ চূড়া ৰক্ত জবা, তাৰ তুল্য দিবো কিবা,
তমাল মল্লিকা অনুপম।
কৰবীৰ পাৰিজাত, গোলাপ গুলাল তাত,
সুবাসিত পুষ্প অগণন॥
বসন্ত কালৰ অন্যে, সৰু সৰু পুষ্পবনে,
স্থানে স্থানে শোভাকৰে বৰ।
ৰক্ত শুক্ল নীল পীত, নানা ৰঙ্গে সুশোভিত,
দৃষ্টিপাতে মুগ্ধ দেৱ নৰ॥ ১৩১॥
ফল পত্ৰে সুশোভিত, অন্য তৰু অপ্ৰমিত,
দেখি মনে বিবেচনা হয়।
খুধা তৃষ্ণা যুত নৰে, মহা স্নেহে দান কৰে,
সুমধুৰ পক্কফল চয়॥

পৰৰ দুখত মৰা, কোনো বৃক্ষ মনোহৰা,
নব পল্লবেৰে আচ্ছাদিত।
কৰি ছাঁয়া বিতৰণ, জুড়াই পথিকৰ মন,
কিনো স্বাৰ্থ হীন আচৰীত, ॥ ১৩২ ॥
আম আতা জড়া যামু, খাজুৰী কঠাল লেমু,
কৰ্পূৰ তাম্বুল নাৰিকল।
সোনাৰু সৰল চাপা, অশ্বত্থ পাকৰী ৰম্ভা,
বটবৰ বিল্ব পণিয়ল ॥
শুক দ্রুম পদ্ম শাল, অগৰু চন্দন তাল,
দেবদাৰু আমলখী চাম।
ইত্যাদি অনেক তৰু, যেহি মত কল্পতৰু,
বাঞ্চিত জনৰ পূৰে কাম ॥ ১৩৩ ॥
এইৰূপে সৰোবৰ, প্ৰকাশিছে নিৰন্তৰ,
বন উপবনে শোভাধৰি।
চাৰিও কাখৰে তাৰ, বান্ধি আছে চমৎকাৰ,
সুবৰ্ণ মাণিক্যে ভাল কৰি ॥
অপৰূপ সিটো স্থান, দেখি হয় অনুমান,
অনুপম অমৰ ভূবন।
অবিৰত আসিতাত, স্নান কৰে অসংখ্যাত,
ৰঙ্গে স্বৰ্গ বিদ্যাধৰীগণ ॥ ১৩৪ ॥

যাৰ নাম অপেশ্বৰা, দেৱতাৰ মনোহৰা,
ত্ৰিভুবন ৰূপ সব আনি।
প্ৰীতি অৰ্থে ভকতৰ, সৃজিলেক সৃষ্টিকৰ,
অতি ৰমনীয় মনে জানি॥
হেন মতে কন্যাগণ, আগমনে সিটোবন,
দুগুণে দীপিতি বাঢ়ে বৰ।
কৃষ্ণবৰ্ণ মেঘ মাজে, যেন সৌদামিনী সাজে,
দেখিয়া মোহিত দেৱ নৰ॥ ১৩৫॥
শৰৎ কালত আসি, যেন শত চন্দ্ৰ হাসি,
নিৰ্ম্মল আকাশে দেখাদিল।
সেহিৰূপ কাননৰ, শোভা মন মুগ্ধকৰ,
দেখি ঋষি বিস্ময় মানিল॥
কতো অপেশ্বৰাগণ, ভ্ৰময় আনন্দ মন,
উদ্যানৰ শোভা চাই চাই।
কতো জল ক্ৰীড়া কৰি, কতো থাকে ধ্যান ধৰি,
কতো ঘিলা খেলে ঠায় ঠায়॥ ১৩৬॥
কতো বিদ্যাধৰীচয়, তাল কৰতাল লৈ,
বাজানা বজায় কৰে গান।
কতো চেৰে ২ তাৰ, নাচে গাই চমৎকাৰ,
মধুৰ সুস্বৰে দিয়া তান॥

হেন দেখি ঋষিবৰ, বিস্ময় অন্তৰে বৰ,
আছে তৈতে স্থিৰ মনে চাই ।
কিবা স্বৰ্গ পৃথিবীত, কৰে সিটো অবস্থিত,
কিছু নুবুজিল তাক পাই ॥ ১৩৭ ॥
শুষ্ক শৰীৰত তাৰ, ক্ৰমে হয় ৰস ভাৰ,
নিৰখিয়া মাধুৰী মুৰুতি ।
ঘনে ঘনে কন্যাতৰে, মন ব্যাকুলিত কৰে,
মায়াবলে ছন্ন হুয়া মতি ॥
পাছে দেৱ বৈদ্য দুই, পৰম আনন্দ হুই,
ঋষিক বুলিল অনন্তৰ ।
এই সৰোবৰ মাজে, স্নান কৰা ঋষিৰাজ,
পূৰ্ণ হেব বাঞ্চিত মনৰ ॥ ১৩৮ ॥
এহি বুলি ঋষিসমে, অশ্বিনীকুমাৰ ৰঙ্গে,
সৰোবৰে কৰিলন্ত স্নান ।
জল স্পৰ্শে ভৃগুসুত, ভৈল দিব্য ৰূপ যুত,
ষোড়শ বছৰ অনুমান ॥
সুকন্যা সুন্দৰী মনে, ভাবি চিন্তি ঘনে ঘনে,
স্বামীক কৰয় নিৰীক্ষণ ।
নাই তাত তপোধন, দেখে দেৱ তিনিজন,
মনোহৰ মূৰ্ত্তি বিচক্ষণ ॥ ১৩৯ ॥

ভয়ত বিহ্বলা সতী, নেদেখি আপন পতি,
উগুল থুগুল কৰে মন।
আগতে দেৱক পাই, কাতৰে অন্তৰে চাই,
ধীৰে ধীৰে বুলিল বচন॥
হেৰা তিনিজন-দেৱ, চৰণত কৰো সেৱ.
কৈক গৈল মোৰ প্ৰাণপতি।
স্বামী অবিহনে মোৰ, দেখো অন্ধকাৰ ঘোৰ,
কোৱা মোক কৰিছো কাকুতি॥ ১৪০॥
কন্যাৰ বচন শুনি, মাতে দেৱে মনে গুণি
নাই বুদ্ধি তোমাৰ সুন্দৰী।
তপস্যায় সিটো ৰত, নাহি স্পৃহা বিষয়ত,
কি কৰিবা তাস্ক স্বামী কৰি॥
আমি বোলো শুনা সতী, এৰিড় তুমি হেন পতি,
আমাসাৰ যাক মনে লয়।
এজনাক চাই তুমি, স্বামী বৰা সুবদনি,
বৰ সুখ লভিবা নিশ্চয়॥ ১৪১॥
মহা যোগী সেহি জন, ধ্যানে থাকে সৰ্ব্বক্ষণ,
কৈক গৈল তাৰ নাহি অন্ত।
কিবা তাৰ ঘৰ বাড়ী, কিবা বন্ধু কিবা নাৰী,
লিপ্ত নাই কাহাৰো স্নেহত॥

এহি মতে তিনিজন, কন্যাৰ পৰীক্ষে মন,
আৰু নানা বুলি ছল বাক।
নিদাৰুণ কথা শুনি, শোকাকুল হুয়া ধনী,
কাতৰে বোলায় দেৱতাক ॥ ১৪২ ॥
কিবুলিলা ইটো কথা, মনে বৰ পাওঁ ব্যথা,
তোমা সাত ধৰ্ম্ম আছে বৈ।
তোৰা পূণ্যৱন্ত জন, পাপ বুদ্ধি কিকাৰণ,
দিয়া কৰা দাসীৰ বিলয় ॥
স্বামী মোৰ দেহ প্ৰাণ, স্বামী বুদ্ধি স্বামী জ্ঞান,
স্বামী তপ স্বামী ইষ্ট দেব।
স্বামী সাহ স্বামী বল, স্বামীধন স্বামীমন,
তাস্তবিনে আন নাহি কেঁৱ ॥ ১৪৩ ॥
স্বামী বিনে ৰমণীৰ, কিবা স্থখ পৃথিবীৰ,
জাৱন্তে মৰণ সম হয়!
যেন অতি মনোৰমা, ইস্টক নিৰ্ম্মিত হৰ্ম্ম্য,
শূন্যহলে শোভা নকৰয় ॥
জলহীন জলচৰ, পদ্মহীন সৰোবৰ,
চন্দ্ৰহীন যি ৰূপ ৰজনী।
সেহিমত নাৰীচয়, সংজ্ঞাহীন হুয়া ৰয়,
যেহিমত মণি হাৰা ফণি ॥ ১৪৪ ॥

মোক এড়ি যদি পতি, কৰিলে অনত্ৰে গতি,
মোৰ কোন দোষ নিৰখিয়া।
তবে দেহে দেৱগণ, নাই কিছু প্ৰয়োজন,
মৰিবোহো জলে জাম্পদিয়া।
পতিব্ৰতা মহিলাৰ, এই সে কৰ্ত্তব্য সাৰ,
প্ৰাণ ৰাখিবৰ কোন কাজ।
স্বামীক মনত ধৰি, প্ৰাণ বিসৰ্জ্জন কৰি,
যাওঁ মই যমৰ সমাজ ॥ ১৪৫ ॥
হেনয় কাতৰ বাণী, শুনি ধন্য ধন্য মানি,
সুকন্যাক স্নেহত সাদৰি।
বোলে দেৱে শুনা সতী, পাইবা তুমি নিজপতি,
ব্যাকুল নহবা শোক কৰি ॥
এই যে দেখিছা তুমি, তিনিজন দেৱ বুলি,
ইহাৰ মধ্যত তব স্বামী।
আছে তেওঁ বৰ্ত্তমান, কৰা কন্যা অনুমান,
তব আগে কৈলো সত্যবাণী ॥ ১৪৬ ॥
আশ্চাৰ্য্য ভাবিয়া দেৱী, দেৱৰ চৰণ সেবি,
ধীৰে ধীৰে বুলিল বচন।
মোক কৈলা যিটো কথা. জানো নযাইবেক বৃথা,
কৰা দেব সন্দেহ ভঞ্জন ॥

মোৰ স্বামী তপোধন, গাৱে ভস্ম বিভূষণ,
শিৰে শোভা কৰে জণ্টাভাৰ।
অতি ক্ষীণ তান কায়, হাড় ছাল দেখা যায়,
বস্ত্র মাত্র ব্যাঘ চৰ্ম্ম সাৰ ॥ ১৪৭ ॥
হেন ঋষি কেনে কৰি, আছে দেৱ মূৰ্ত্তি ধৰি,
শ্রৱণে বাসনা হয় মোৰ।
অধিনীক কৰি দয়া, প্রকাশিয়ো দেৱমায়া,
তৱো তেবে মহাচিন্তা ঘোৰ॥
কন্যাৰ বচন শুনি, কয় দেৱ দুই গুণি,
শুনা দেবী তাৰ আদি অন্ত।
এই পূণ্য সৰোবৰ, যাৰ নাই পটন্তৰ,
ঐত স্নানে দেৱ অপৰ্য্যন্ত ॥ ১৪৮ ॥
ভক্তৰ কল্যাণ হেতু, কৰিয়া গৰুড় কেতু,
নিৰমিল ইটো পূণ্যস্থান।
যিটো বাঞ্ছে ভক্তগণ, পূর্ণ হয় তাৱক্ষণ,
জলে নামি যদি কৰে স্নান॥
এই দেখা তব স্বামী, স্পার্শকৰি তাৰ পানি,
মনোহৰ দিব্য মূৰ্ত্তি পায়।
যতেক পুছিলা মানে, কহিলো তোমাৰ স্থানে,
আদি অন্ত কথা সমুদায় ॥ ১৪৯ ॥

ভক্তৰ অসাধ্য নাই, যেহি বাঞ্চে তাকে পাই,
দেখা ভাবি তাহাৰ প্ৰমাণ।
অস্থি চৰ্ম্ম সাৰ মুনি, কি ৰূপত সুবদনি,
যুবাসম হৈল ৰূপবান॥
ভক্তৰ কল্যাণ কৰি, অনুক্ষণ ফুৰে হৰি,
ছাঁয়া যেন কায়াৰ লগত।
পৰম দয়ালু দেৱ, তান্ত বিনে নাহি কেৱ,
জানা মাত্ৰ ইটো জগতত॥ ১৫০ ॥
এহিমতে দেৱদুই, পৰম হৰিষ হুই,
ঋষিক বুলিল অনন্তৰ।
নিজ স্থানে তপোধন, যাত্ৰা হেতু কৰো মন,
মেলানি দিযোক দিয়া বৰ॥
তোমাৰ কৃপাত আমি, যেন মহা ভাগ্য মানি,
দেৱৰ সমাজে পাঁও স্থান।
যশ ৰাখা পৃথিবীত, কৰি আমা সবি হিত,
চিৰকাল হোৱা কীৰ্ত্তিমান॥ ১৫১ ॥
হেন অনুৰোধ শুনি, দেৱক বুলিল মুনি,
কৰিবোহো তাৰ প্ৰতিকাৰ।
যজ্ঞকালে সময়ত, পুৰাইবোহো অভিমত,
চিন্তা নাই অশ্বিনী কুমাৰ।

শুনিয়া আশ্বাস বাণী, অভিলাষ সিদ্ধ জানি,
অনুমতি লৈয়া দেৱগণ।
মহাভাগ্য মানি মনে, প্রশংসি ঋষিক ৰঙ্গে,
স্বর্গ ধামে ভৈল উপসন॥ ১৫২॥
শুনা হেৰা সাধুজন, দৃঢ় কৰি প্রাণ মন,
মহাভাগৱত কথা সাৰ।
যাহাৰ আশ্রয়ে নৰ, এড়ি ইটো কলেৱৰ,
হেলে হয় ভৱনদী পাৰ॥
কহি নানা গ্রাম্য কথা, নকৰা জীবন বৃথা,
সাধুৰ চৰিত্র অনুসৰি।
সুখে আপোনাকো তাৰা, পুৰুষ উদ্ধাৰ কৰ'
মুখে সদা বোলা হৰি হৰি॥ ১৫৩॥

---

## পাদ।

নমো প্রভুৰাম তুমি সমস্ত ভূতত।
অন্তৰ্যামী ৰূপে লিপ্ত আছা জগতত

যদ্যপি হৃদয়ে আছা সমস্ত লোকৰ।
তথাপি তোমাক খুঁজি ফুৰো দেশান্তৰ ॥ ১৫৪ ॥
কিনো মূঢ়মতি আমি গুণি নেপাঁও ঠাই।
জ্ঞান বুদ্ধি ছন্ন ভৈল বিষয় চিন্তাই ॥
কাতৰ কৰিছো হৰি চক্ষুমেলি চোৱা।
মায়া দূৰ কৰি মোক দাস বুলি লোৱা ॥ ১৫৫ ॥
শুক নিগদতি শুনা পাণ্ডুৰ নন্দন।
অতঃপৰ কি কৰিল মহর্ষি চ্যবন।
অশ্বিনীকুমাৰ দুইকো কৰিয়া বিদায়।
উপহাস কৰে মুনি সুকন্যাক চায় ॥ ১৫৬ ॥
কুৰূপ তপস্বী তব স্বামী গৈল মৰি।
ময় দেৱ মোক ভজি থাকিও সুন্দৰী ॥
কন্যা বোলে ৰূপ গুণৱন্ত ভর্ত্তা পাই।
সন্ন্যাসীৰ ভার্য্যা কোন হব চক্ষু খাই ॥ ১৫৭ ॥
প্রসিদ্ধ পুৰুষ সর্ব্ব কার্য্যত কুশল।
হেন স্বামী বাঞ্চে নাৰী হুইয়া বিকল ॥
মনৰ কামনা মোৰ পুৰাইলন্ত হৰি।
কোন ফল আছে তপস্বীক স্বামী বৰি ॥ ১৫৮ ॥
এহিমতে ৰঙ্গ ঢঙ্গ কৰি দুইজনে।
ইচ্ছিল সম্ভোগ ঋষি সেই পুষ্পবনে ॥

ভক্তৰ মানস বুজি দেৱ দামোদৰ ।
যোগবলে নিৰ্ম্মিলন্ত উত্তম নগৰ ॥ ১৫৯ ॥
সুন্দৰ ভৱন যেন দেবৰ আলয় ।
প্ৰস্ফুটিত বনমাজে শোভে অতিশয় ॥
সবর্ণ নিৰ্ম্মিত ঘৰ অতি মনোৰম ।
দ্বাৰ বাৰ ফটিকৰ দেখি মনোৰম ॥ ১৬০ ॥
স্তম্ভ সব লগাই আছে মুকুতাক আনি ।
মাণিক্যে নিৰ্ম্মিত ওপৰৰ কাঠি কামি ॥
দেৱ মনোহৰ সিটো গৃহ চমৎকাৰ ।
চন্দ্ৰ সূৰ্য্য শোভা যেন কৰে অনিৰ্ব্বাৰ ॥ ১৬১ ॥
সুবৰ্ণ মুকুতা মণি মৰকত যত ।
স্থানে স্থানে ৰাশি ৰাশি প্ৰকাশে গৃহত ॥
স্বৰ্ণময় দেখি যত গৃহ দ্ৰব্যচয় ।
চক্ষুত পৰিলে যেন চমক লাগয় ॥ ১৬২ ॥
সুবৰ্ণ পালঙ্কে শোভে শয্যা মনোহৰ ।
ওপৰত মশহৰী পৰম সুন্দৰ ॥
ৰমণীয় চন্দ্ৰতাপ আছে তৰি তৰি ।
ৰত্নৰ প্ৰদীপ তাত জ্বলে দীপ্তি কৰি ॥ ১৬৩ ॥
ৰাত্ৰি দিন সমতাৰ প্ৰভা নিৰন্তৰ ।
কি দিবো তুলনা অম্ৰাৱতী সমসৰ ॥

চাৰি দিশে শোভাকৰে দীঘো সৰোবৰে।
প্রস্ফুটিত পদ্ম তাত দেখি মন হৰে ॥ ১৬৪ ॥
ৰাজ হংস আদি পক্ষী আছে পৰি পৰি।
পৰম কৌতুকে ঝাকে ঝাকে ক্রীড়া কৰি ॥
সৰোবৰৰ চতুপার্শে পুস্পৰ উদ্যান।
ফুলি ফুলি অছে ফুল নাহি পৰিমান ॥ ১৬৫ ॥
মধুলোভে অলিকুল আসি অবিৰত।
গুণ গুণ কৰি ফুৰে হুয়া উনমত ॥
আৰু নানা মনোহৰ দেখি ৰম্যবন।
ফল পত্রে সুশোভীত হুয়া তৰুগণ ॥ ১৬৬ ॥
তাহাত পড়িয়া কত পক্ষী অপ্রমিত।
ভুঞ্জি ফল মূল গান কৰে সুললীত ॥
ময়ূৰ ময়ূৰী নাচে পিকে কাঢ়ে ৰাৱ।
কামে কামুকক যেন দিয়ে হাত ৰাৱ ॥ ১৬৭ ॥
বহয় শীতল বায়ু গন্ধ মনোহৰ।
তাহাৰ পৰশে মুগ্ধ হয় দেৱনৰ ॥
সুবর্ণ নির্ম্মিত ৰথ পৰম সুন্দৰ।
স্থানে স্থানে সাজুকৰি ৰাখিছে বিস্তৰ ॥ ১৬৮ ॥
গজ বাজী গাভী উষ্ট্র বলদ অপাৰ।
দলে দলে আছে চড়ি সংখ্যা নাহি তাৰ ॥

শত শত দাস দাসী পাত্র মন্ত্ৰীগণ।
অস্ত্র শস্ত্র ধৰি সৈন্য আছে অগণন ॥ ১৬৯ ॥
হেনয় আশ্চায্য মায়া দেখিয়া হৰিৰ।
বিষ্ণুৰ ভক্তিত ভৈল ৰোমাঞ্চ শৰাৰ ॥
প্ৰেমে গদ গদ হুয়া পুলকিত মনে।
হৃদয়ে হৰিক ধৰি আছিলেক ৰঙ্গে ॥ ১৭০ ॥
ধ্যান ভঙ্গ কৰি কতোক্ষণে মুনিবৰ।
কন্যা সমন্বিতে গৈল গৃহৰ ভিতৰ ॥
গৃহৰ অপূৰ্ব্ব শোভা কৰি দৰশন।
সুবৰ্ণ পালঙ্গে বসিলন্ত তপোধন ॥ ১৭১ ॥
কন্যাও ঋষিৰ পাৱে নমস্কাৰ কৰি।
অনেক কাৰুণ্য বাক্য বুলিল সাদৰি ॥
পূৰ্ব্ব জনমৰ মোৰ পিতৃ পূণ্যফলে।
তুমি হেন স্বামী লভিলো হো কৌতূহলে ॥ ১৭২ ॥
তুয়া নিজ দাসী বুলি লোৱা প্ৰাণধন।
কৰিলো চৰণে প্ৰভু এই নিবেদন ॥
ৰমণীৰ ভক্তি পূণ শুনি হেন বাণী।
কৰিলন্ত আধোযালা হস্তে ধৰি আনি ॥ ১৭৩ ॥
কোলাত বৈসাৱা কৰি বদন চুম্বন।
মধুৰ বচনে বোলে কন্যাক বচন ॥

বসন্ত কালৰ ফুল্ল কুসুম নিচয়।
তোমাৰ দেখিয়া ৰূপ সিযো মুগ্ধ হয়॥ ১৭৪॥
যেনে ৰমণীয় দেবী সৌন্দৰ্য্য তোমাৰ।
তদ্ৰূপ চৰিত্ৰ গুণ তুল্য নাহি যাৰ॥
মোৰ সাধনায় তুষ্ট হুয়া নাৰায়ণ।
মিলাইলেক বিধি জানো তুমি হেন ধন॥ ১৭৫॥
সুচৰিত্ৰা নাৰী যাৰ ভাগ্যে লাভ হয়।
স্বৰ্গ সুখো তুচ্ছ বুলি জ্ঞানী জনে কয়॥
সাধুজন বাক্য আজি লভিলো প্ৰমান।
নাপাই স্বৰ্গত সুখ ইহাৰ সমান॥ ১৭৬॥
সতীৰ সংসৰ্গে ধৰ্ম্ম অৰ্থ লভে নৰ।
অন্তে তৰে অপ্ৰয়াসে সংসাৰ সাগৰ॥
এহিমতে প্ৰেমালাপ কৰি দুইজন।
অনেক দিনৰ আশা কৰিল পূৰণ॥ ১৭৭॥
সাংসাৰিক মায়া কাৰো নাই অবিদিত।
ত্ৰিভুবন যাৰ জন্যে হয় বিমোহিত॥
এড়িবেক পাৰে অন্য আশা জগতৰ।
নাৰীৰ মোহিনী বেশে মুগ্ধ সব নৰ॥ ১৭৮॥
ভগৱন্তে যাৰ প্ৰাণ আছে বিক্ৰি কৰি।
সিজনে জীনয় হেলে বিষ্ণুপদ স্মৰি॥

একে ৰূপৱতী ভাৰ্য্যা স্বাধ্বী গুণৱতী।
হেন ৰত্ন পাই ঋষি মগ্ন ভৈল অতি ॥ ১৭৯ ॥
ভাৰ্য্যাতেসে মন তান তপ জপ এড়ি।
নৱ নৱ আশা বাঢ়ে যুবতীক হেৰি ॥
অন্নৰ বিকলে যেন ক্ষুধাতুৰ জন।
অল্প বস্তু পাইলে কৰে বিস্তৰক মন ॥ ১৮০ ॥
সেহিমতে ঋষি যেন সুধা ভাণ্ড পায়।
যত পায় তত খায় ক্ষুধা নপলায় ॥
নৱ নৱ আশা কৰি জায়া সমন্বিতে।
ৰথোপৰে ভৃগুসুত ফুৰে হৃষ্ট চিত্তে ॥ ১৮১ ॥
গহন বনত কোনো বেলা মুনিবৰ।
কোনো দিনা ভ্ৰমে ঋষি সুমেৰু শিখৰ ॥
কোনো বেলা নদী তীৰে ৰম্য উপবনে।
কোনো দিনা সিন্ধু তটে নন্দন কাননে ॥ ১৮২
সমুদ্ৰৰ মধ্যৱৰ্ত্তী দ্বীপে কোনো বেলা।
মন সুখে পত্নী সহ কৰে লীলা খেলা ॥
জলধি ওপৰে কোনো বেলা তপোধন।
অপূৰ্ব্ব জলৰ শোভা কৰয় দৰ্শন ॥ ১৮৩ ॥
কৈলাস পৰ্ব্বতে কোনো বেলা হিমালয়।
কোনো বেলা মৰ্ত্ত্যে কোনো বেলা স্বৰ্গে ৰয় ॥

এই ৰূপে গ্রীষ্ম বর্ষা আদি ঋতু যত।
কৰিল বিহাৰ বহু কন্যাৰ লগত ॥ ১৮৪ ॥
মহা শান্তি নৃপ সুতা সদা সর্ব্বক্ষণ।
একমনে সেৱা কৰে তাহান চৰণ ॥
চিৰকাল তপস্যাৰ পৰে ঋষিৰায়।
লভিল পৰম সুখ সুকন্যাক পায় ॥ ১৮৫ ॥
যেন তেজৱন্ত মুনি ভার্য্যা গুণৱতী।
দীর্ঘকাল ভোগ ভুঞ্জি লভিল তৃপিতি ॥
অপাৰ আনন্দে এহিমতে মুনিবৰ।
ভার্য্যা সহ আছে কৰি কৌতুক বিস্তৰ ॥ ১৮৬ ॥
শুকে বোলে শুনা ৰাজা পাণ্ডু বংশধৰ।
অপাৰ হৰিৰ লীলা হিত জগতৰ ॥
যিটো জিজ্ঞাসিলা সবে তোমাৰ আগত।
পৰম অমূল্য তত্ত্ব কৰিলো বেকত ॥ ১৮৭ ॥
দুনাই কৰ যোড়ি বোলে ৰাজা পৰীক্ষিত।
শ্রবণে মধুৰ ইটো হৰিৰ চৰিত ॥
তোমাৰ কমল মুখে কৰিয়া শ্রবণ।
জীৱন্তে লভিলো গতি জানা তপোধন ॥ ১৮৮ ॥
পৰম সৌভাগ্যে মোৰ পিতৃ পূণ্যফলে।
আশ্রয় পাইলোহো তুয়া চৰণ কমলে ॥

তোমাৰ মুখৰ শুনি সুধাময় বাণী।
পুনঃ পুনঃ অভিলাষ বাঢ়ে মহামানী ॥ ১৮৯ ॥
অনুগ্ৰহ কৰা চৰণত কৰো সেৱ।
তাৰপৰ কি ঘটিল কোৱা গুৰুদেৱ ॥
হেনয় বচন শুনি শুক মহাশয়।
আশীষ কৰিয়া মুনি নৃপতিত কয় ॥ ১৯০ ॥
ধন্য ধন্য পৰীক্ষিত অৰ্জ্জুনী নন্দন।
হৰিৰ ভক্তিত তব নিমজিল মন ॥
পাছ কথা কওঁ শুনা আত অনন্তৰ।
মহৰ্ষিৰ শ্বশুৰ শৰ্য্যাতি নৃপবৰ ॥ ১৯১ ॥
যজ্ঞপাতি চ্যবনৰ নিমন্ত্ৰণ তবে।
পৰম কৌতুকে যায় তনয়াৰ ঘৰে ॥
আশ্ৰমৰ স্থানে গৈয়া দেখে নৰপতি।
কুবেৰ সদৃশ তাত বিপুল সম্পতি ॥ ১৯২ ॥
ৰম্য হৰ্ম্ম্য অট্টালিকা দেৱ মনোহৰ।
প্ৰকাশ কৰয় যেন কৈলাস শিখৰ ॥
চাৰি দিশে শোভা কৰে বন উপবন।
স্থানে স্থানে সৰোবৰ অতি নিৰুপম ॥ ১৯৩ ॥
বস্ত্ৰ অলঙ্কাৰে সুশোভিতা নাৰীচয়।
নৃত্য গীত বাদ্য কৰি আনন্দে ভ্ৰময় ॥

অসংখ্যাত নৰনাৰী সৈন্য গজ বাজী।
পৰম উৎসবে লক্ষে লক্ষে আছে সাজি ॥ ১৯৪ ॥
আচৰিত হুয়া মনে ভাবে নৃপবৰ।
অতি ৰমণীয় ইটো কাহাৰ নগৰ ॥
এহিমতে ভীত হুয়া যাই ধীৰে ধীৰে।
সম্মুখে দেখিল এক ৰত্নৰ মন্দিৰে ॥ ১৯৫ ॥
মনোহৰ ৰূপ এক পুৰুষৰ সঙ্গে।
সুকন্যা সুন্দৰী ক্ৰীড়া কৰে মন ৰঙ্গে ॥
অসম্ভব লীলা দেখি ৰাজা আছে চায়।
অকস্মাত দৃষ্টি সতী কৰিল তথায় ॥ ১৯৬ ॥
পিতৃৰ দৰ্শন কন্যা বৰ হৰ্ষ মনে।
শীঘ্ৰগতি গৈয়া সেৱা কৰিল চৰণে ॥
ঋষিও ৰাজাক বহু কৰি সমাদৰ।
আগবাঢ়ি আনিলন্ত গৃহৰ ভিতৰ ॥ ১৯৭ ॥
বসিবাক আগ বঢ়াই দিল সিংহাসন।
আচৰিত হুয়া ৰাজা ভাবে মনে মন ॥
কতোক্ষণ এহিমতে থাকি নৰবৰ।
তনয়াক চাই ক্ৰোধে কৰিল উত্তৰ ॥ ১৯৮ ॥
হা ওৰে পাপিষ্ঠী তোৰ এই ববাহাৰ।
ধৰ্ম্মাধৰ্ম্ম নামানিয়া কৰ ব্যভিচাৰ ॥

এড়িলিহি কোন স্থানে তোৰ নিজ পতি।
পৰ পুৰুষৰ্ সঙ্গে সুখে কৰ ৰতি ॥ ১৯৯ ॥
সুপবিত্র সূৰ্য্যবংশে বেশ্যাৰ জনম।
ধিক ধিক শতবাৰ তোৰ এ জীবন ॥
ইন্দ্রিয়ৰ বশ হুয়া পাছ মুগুনিলি।
কুলক্রীয়া নাশি দুষ্টা সমূলে বুৰিলি ॥ ২০০ ॥
পিতৃৰ বচন শুনি কন্যা বোলে বাণী।
নুবুজিয়া পিতা মোক আছা মন্দমানি ॥
প্রকৃত মহৰ্ষি ইটো ভৃগুৰ নন্দন।
নাৰায়ণ সেৱাবলে লভিল যৌবন ॥ ২০১ ॥
হৰিৰ কৃপায় এই অপাৰ সম্পতি।
মোৰোজ্ঞান হৰিছিল দেখিয়া শকতি ॥
অশ্বিনীকুমাৰ হুয়া স্নেহত বিহ্বল।
ঋষিৰ প্রভাব মোক জনালে সকল ॥ ২০২ ॥
তবে মোৰ শৰীৰত হোৱয় চেতন।
সুবর্ণে নধৰে পিতা কাচৰ লক্ষণ ॥
যি ৰূপ পবিত্র কুলে মোৰ ভৈল জাত।
চৰিত্র নিৰ্ম্মল মনে কৰিবা সঞ্জাত ॥ ২০৩ ॥
হেনয় বচন শুনি পাছে নৃপবৰ।
আশ্চৰ্য্য মানিয়া দিয়ে কন্যাক উত্তৰ ॥

যি বুলিলি আই ময় তত্ত্ব জানো তোৰ।
ৰিপৰীত দেখি হৈল জ্ঞান হত মোৰ ॥ ২০৪ ॥
যোগীৰ অসাধ্য নাই ইটো জগতত।
সকলো সম্ভব হয় হৰি প্ৰসাদত ॥
পূৰ্ব্ব পূণ্যফলে পালো তুমি হেন ধন।
সিহেতু ঋষিৰ সঙ্গে ঘটিল মিলন ॥ ২০৫ ॥
এহি বুলি ৰঙ্গমনে ৰাজা সেহিক্ষণ।
ঋষিৰ চৰণ গৈয়া কৰিল বন্দন ॥
কৰযোড়ে বুলিলন্ত নৃপতি সুজান।
কি বুজিবো তব মায়া লভি অল্পজ্ঞান ॥ ২০৬ ॥
ৰিপৰীত দেখি হলো বাতুলৰ নয়।
ক্ষমাকৰা ঋষিৰাজ কৰিছো বিনয় ॥
ৰাজাৰ কাতৰ বাণী শুনি তপোধন।
হস্তে ধৰি বৈসালন্ত কৰি সম্ভাষণ ॥ ২০৭ ॥
নকৰিবা কোনো চিন্তা নাই আত দোষ।
তোমাৰ সমন্ধে মোৰ কিবা আছে ৰোষ ॥
বহুদিন গতে তযু দৰশন কৰি।
অতি প্ৰীতি পাইলো মোৰ সুপ্ৰসন্ন হৰি ॥ ২০৮ ॥
কিবা প্ৰয়োজনে আজি শুভ আগমন।
কৃপাকৰি কৰা মোৰ সন্দেহ ভঞ্জন ॥

ঋষিৰ কাৰুণ্য বাক্য শুনি নৃপবৰ ।
পৰম সন্তোষ হুয়া দিলন্ত উত্তৰ ॥ ২০৯ ॥
যিবা হেতু আসিয়াছো শুনা তপোধন ।
যজ্ঞ কৰি পূজিবোহো দেৱ নাৰায়ণ ॥
সেহি হেতু নিমন্ত্রণে আইলো মুনিবৰ।
কন্যাসমে মোৰ সঙ্গে চলিও সত্বৰ ॥ ২১০ ॥
হেন বাণী শুনি পাছে ভৃগুৰ নন্দন ।
ৰাজাক প্রশংসি হৰ্ষে বুলিল বচন ॥
সাধু সাধু ৰাজা মতি উত্তম তোমাৰ ।
যি বুলিলা কথা সিটো জগতৰ সাৰ ॥ ২১১ ॥
নশ্বৰ মানব দেহ এই আছে নাই ।
মহাযম কালে ধৰি আছে ছল চাই ॥
আজি কিবা কালি নোহে শতেক অন্তৰ ।
অবশ্যে বিনাশ আছে সবে মনুষ্যৰ ॥ ২১২ ॥
পাপ পূণ্য মাত্র জীবনৰ সঙ্গ কৰি ।
অকলে মাৰিব লব ইষ্ট মিত্র এড়ি ॥
মায়াৰ সম্বল ইটো ভাৰ্য্যা পুত্রধন ।
তাতে মজি আছে নৰ অজ্ঞান কাৰণ ॥ ২১৩
যাৰ দয়া গুণে এই প্রাণী জগতৰ ।
নিৰাপদে থাকি সুখ ভুঞ্জে নিৰন্তৰ ॥

যাৰ অবিহনে এই নশ্বৰ জীবন।
নোৱাৰি মুহূৰ্ত্তকালো কৰিল ৰক্ষণ ॥ ২১৪ ॥
যিজনে নির্ব্বিঘ্নে ৰাখি জননী জঠৰে।
অন্ন পানি দিয়া পুষি আছিল স্নেহেৰে ॥
জনমিলে কিবা খাই হব প্রতিপাল।
তাৰ অৰ্থে মাতৃ স্তনে দুগ্ধ কৰি দান ॥ ২১৫ ॥
ভূমিস্থ জীৱৰ অন্ন ৰাখিছে কৌশলে।
বিনা অন্ন জল খাই বাঢ়য় মঙ্গলে ॥
অজ্ঞান কালত কেনে নিৰাপদ কৰি।
সময় বুজিয়া লগাই দিছে মায়া ঋৰি ॥ ২১৬ ॥
এহিমতে জগতৰ প্ৰাণী সমুদয়।
ভিন্ন ভিন্ন ভাবে পালি আছে দয়ামর ॥
চন্দ্ৰ সূৰ্য্য আদি যত গ্ৰহ-নিৰন্তৰ।
কিৰূপে পৰম তৃপ্তি কৰিছে নৰৰ ॥ ২১৭ ॥
জল বায়ু অগ্নি আদি যি যি প্ৰয়োজন ॥
আমাৰ হিতাৰ্থে হৰি কৰিছে সৃজন ॥
নৰৰ প্ৰকৃতি আৰু দেশ কাল চাই।
ভিন্ন ভিন্ন অন্ন বস্ত্ৰ ৰাখিছে যোগাই ॥ ২১৮ ॥
যি দিশে নয়ন ভৰি বিভুচিত্ৰ চাওঁ।
সকলো স্থানতে আমি তাঙ্ক দেখি পাওঁ ॥

আদি অন্ত নাই যাৰ মহিমা অপাৰ।
যাৰ শক্তিবলে ৰহি আছয় সংসাৰ ॥ ২১৯ ॥
পৰম দয়ালু হেন প্ৰভু দামোদৰ।
তান সেৱা পূজা মূল কৰ্ম্ম জীবনৰ ॥
নশ্বৰ বিষয় ভোগ তাতে কৰি ৰতি।
নভজে হৰিক কিনো নৰ মন্দমতি ॥ ২২০ ॥
ক্ষণিক সুখৰ হেতু যেন অন্ধজন।
পথ এড়িয়া দিয়ে বিপথে চৰণ ॥
কাষতে আছয় কাল নেভাবে দুৰ্ম্মতি।
অজৰ অমৰ তুল্য দেখিয়া প্ৰবৃত্তি ॥ ২২১ ॥
দুৰ্ল্লভ মানব জন্ম কত ভাগ্যে পাই।
দেবেও বাঞ্চিত যাক কৰয় সদাই ॥
হেন জন্ম পাই নৰে কৰয় বিফল।
শেষকালে কান্দে পাই সমুচিত ফল ॥ ২২২ ॥
হৰিপদে মতি ৰাখি যিটো বিজ্ঞনৰ।
আপোন কৰ্ত্তব্যে লিপ্ত থাকে নিৰন্তৰ ॥
সত্যপথে থাকি কৰে সংসাৰৰ কৰ্ম্ম।
বেদ বিধি নলঙ্ঘয় জানি নিজ ধৰ্ম্ম ॥ ২২৩ ॥
সিজনে সাধিলে ৰাজা জীবনৰ গতি।
সৰ্ব্বদা সন্তুষ্ট তান্ত দেৱ লক্ষ্মী পতি ॥

যি জনে হৰিত সঁপিয়াছে প্ৰাণমন।
তাহাৰ সাৰ্থক জানা মনুষ্য জীৱন ॥ ২২৪ ॥
এহিমতে মুনি বহু ধৰ্ম্মালাপ কৰি।
কিঙ্কৰগণক মাতি আনিল সাদৰি ॥
যজ্ঞশালে যাওঁ মই এড়িয়া আশ্ৰম।
সযত্নে ৰাখিবা মোৰ গৃহ মনোৰম ॥ ২২৫ ॥
এহি বুলি তপোধন ভাৰ্য্যা সমন্বিতে।
ৰথত চড়িল গৈয়া অতি হৃষ্ট চিত্তে ॥
ৰাজাৰ সঙ্গত এহি মতে মুনিবৰ।
হৰিক স্মৰিয়া বাজ ভৈলা আশ্ৰমৰ ॥ ২২৬ ॥
নানা সাধু আলাপনে আনন্দৰে যাই।
প্ৰাকৃতিৰ মনো মোহা শোভা চাই চাই ॥
অনন্তৰে পাইলা গৈয়া ৰাজাৰ নগৰ।
অতি ৰমনীয় পুৰী স্বৰ্গ সমসৰ ॥ ২২৭ ॥
ৰাজা ঋষি আগমনে পাত্ৰ মন্ত্ৰীগণ।
সম্ভ্ৰমে কৰিল গৈয়া চৰণ বন্দন ॥
সমদলে আগবাঢ়ি যত নাৰী নৰ।
পৰম আনন্দে নিল গৃহৰ ভিতৰ ॥ ২২৮ ॥
জামাতা কন্যাক দেখি ৰাণী গুণৱতী।
স্নেহত জীউক আসি ধৰিলা সাবটি ॥

ঋষিক ভকতি ভাৱে তুষি নানা মত ।
কৰিল পুৰণ তাসম্বাৰ মনোৰথ ।। ২২৯ ।
ভাগৱত কথা ইটো শুনা নৰচয় ।
শ্ৰৱণে বিনাশ হয় পাতক নিচয় ।।
অনিত্য বিষয় সুখ ক্ৰমে আশা এড়ি ।
বিভুৰ চৰণ সাৰ কৰা দৃঢ় কৰি ।। ২৩০ ।।
তেবে নিস্তৰিবা নৰ সংসাৰ সাগৰ ।
তান্ত বিনে সবে মিচা ইটো জগতৰ ।।
হেন দৃঢ় মানি সবে তাঙ্ক কৰা সাৰ ।
নশ্বৰ জীবন আত যন্ত্ৰণা অপাৰ ।। ২৩১ ।।
এই আছে এই নাই অশান্তিৰ ঘৰ ।
ৰাম কৃষ্ণ বুলি কৰা সাৰ্থক জন্মৰ ।।

---

## ডুলড়ি ।

জয় বিশ্বম্ভৰ, প্ৰিয় মহত্তৰ,
দয়া নেৰা অসম্ভৱ ।

তোমাৰ মহিমা, কোনে পাই সীমা,
শিৱৰো হৰাই তত্ত্ব ॥ ২৩২ ॥
এহি মতে ৰাজা, ঋষিক আনিয়া,
পৰম অনন্দ মনে।
পাত্রক পঠাই, অন্য ঠাই ঠাই,
নিমন্ত্রিল ৰাজাগণে ॥
দেৱতা স্বৰ্গৰ, মৰ্ত্ত্যভূমে নৰ,
পাতালে বাসুকি আদি।
নাই ত্রিভুবনে, বিনা নিমন্ত্রণে,
কোনো ধৰ্ম্ম কৰ্ম্ম বাদী ॥ ২৩৩ ॥
ৰত্ন বিভূষিত, মাণিক্যে খচিত,
শত শত গৃহচয়।
আছে স্থানে স্থানে, কৰিয়া নিৰ্ম্মাণ,
দেখি মন মুগ্ধ হয় ॥
খাট সুবৰ্ণৰ, অতি ৰুচিকৰ,
ওপৰে কোমল তুলি।
দেখি সব স্থান, নাই পৰিমাণ,
যেন পুষ্প আছে ফুলি ॥ ২৩৪ ॥
সুগন্ধি চন্দন, সুন্দৰ দৰ্পণ
সুবাসিত তৈল চয়।

ইত্যাদি সম্বল, কৰি ঝলমল,
প্ৰতি গৃহে শোভা হয় ॥
পদুলি পদুলি, ৰোপিল কদলি,
আড়িয়া মুকুতা মণি।
দিব্য কন্যাগণ, ভ্ৰমে অনুক্ষণ,
কৰিয়া মঙ্গল ধ্বনি ॥ ২৩৫ ॥
মাজে যজ্ঞশাল, পৰম বিশাল,
মণি মুকুতাৰ কাম।
জল স্থল তাৰ, স্থিৰ কৰা ভাৰ,
দীপ্তি অতি অনুপাম ॥
জলে জল চৰ, স্থলে স্থল চৰ,
কৰি সুশৃঙ্খলা বৰ।
পৰম যতনে, ৰাখিছে সিস্থানে,
দেখি তৃপ্তি নয়নৰ ॥ ২৩৬ ॥
কোনো কোনো ঠাই, দেখি ধাতু যায়,
প্ৰমত্ত সিংহ নিচয়।
কোনো কোনো স্থানে, অসংখ্যাত হস্তী,
কোনো স্থানে ব্যাঘ্ৰচয় ॥
কোনো স্থানে পাই, অশ্ব সমুদাই,
কোনো স্থানে গাভী দল।

কোনো স্থানে আছে, শুকৰৰ ঝাক,
কোনো স্থানে সর্পগণ ॥ ২৩৭ ॥
কোনো কোনো স্থানে, মৃগ অগণন,
গণ্ডাৰ কোনো স্থানত।
কোনো স্থানে ৰয়, মহিষ নিচয়,
কোনো স্থানে ছাগ যত ॥
এই ৰূপে যত, পক্ষী অসংখ্যাত,
আৰু কীট পতঙ্গম।
মহা যত্ন কৰি, ৰাখে যজ্ঞ পুৰী,
দেখি অতি অনুপম ॥ ২৩৮ ॥
শুনি নিমন্ত্রণ, যত ৰাজাগণ,
আনন্দিত হুয়া বৰ।
কৰিয়া যোগাৰ, অনেক সম্ভাৰ,
যাত্রা কৰে অনন্তৰ ॥
সুবৰ্ণ ৰজত, মণি মৰকত,
হস্তী ঘোড়া অগণন।
যেন শক্তি যাৰ, দিলা উপহাৰ,
ৰাজাৰ পুৰিয়া মন ॥ ২৩৯ ॥
মহানন্দে ৰাজা, সঙ্গে কৰি প্রজা,
এৰূপে নৃপ ভবন।

কৰি আড়ম্বৰ, আসিল সত্বৰ,
সমদলে সৰ্ব্বজন ॥
শিবীৰ স্থাপন, কৰি ৰাজাগণ,
নিজ নিজ স্থানে ৰৈল।
সিবেলা তথায়, তুল্য যাৰ নাই,
অপৰূপ শোভা হৈল। ২৪০ ॥
জাহ্নবী মাতঙ্গ, ঋষি ঋষ্যশৃঙ্গ,
শতানন্দ মহামুনি।
কপিল কৌশিক, ঔৰ্ব্ব বিভাণ্ডক,
যমদগ্নি ও জৈমিনী ॥
মৎকৰ্ণ গৌতম, ঋষি সঙ্গোপণ,
হস্ত দীৰ্ঘ তপোধন।
দুৰ্ব্বাশা সাণ্ডিল্য, ঐষিক সনক,
কুশধ্বৰ সৰভঙ্গ ॥ ২৪১ ॥
গৰ্গ পৰাশৰ, সনাতন মুনি,
বিষ্ণুপদ ভৰদ্বাজ।
ভাৰ্গব আস্তিক, মাতঙ্গ কৌশিক,
বিশ্বশ্ৰৱা ঋষিৰাজ ॥
আনো ঋষি যত, লিখা দিবো কত,
কৰিলন্ত আগমন।

আপুনি নৃপতি, কৰিয়া ভকতি,
দিলন্ত নিজে আসন ॥ ২৪২ ॥
দেৱতা স্বৰ্গৰ, লৈয়া সহচৰ,
আসিলন্ত যত যত।
সামান্য বুদ্ধিৰে, ময় মূঢ় নৰে,
তাৰ লিখা দিবো কত ॥
পুৰন্দৰ যম, সূৰ্য্য হুতাশন,
বায়ু দেৱ নিশাকৰ।
অশ্বিনীকুমাৰ, গন্ধৰ্ব্ব অপাৰ,
ধনপতি জলেশ্বৰ ॥ ২৪৩ ॥
দেৱ ত্রিনয়ন, সঙ্গে পুত্রগণ,
কাৰ্ত্তী গণপতি দুই।
চলে ৰঙ্গ মনে, ভূতগণ সঙ্গে,
পৰম আনন্দ হুই ॥
সিদ্ধ বিদ্যাধৰি, হুয়া প্রীতি বৰ,
সঙ্গে লৈয়া কন্যাগণ।
নৃত্য গীত কৰি, আসে নৃপ পুৰী,
ৰাজাৰ ভুষিয়া মন ॥ ২৪৪ ॥
এহি মন্তে দেৱ, বিমানে চড়িয়া,
আসিল যজ্ঞৰ স্থান।

দেখি নৃপবৰ, হুয়া অগ্ৰসৰ,
কৰিল বহু সন্মান ॥
বাসুকী কালীয়, আদি নাগ চয়,
আসি হৰষিত চিত্তে।
সাৰি সাৰি হুয়া, যজ্ঞ নিৰক্ষিয়া,
বসিলন্ত এক ভিতে ॥ ২৪৫ ॥
এহি মতে যত, আসিল সমস্ত,
দেব নাগ নৰ চয়।
প্ৰজাৰ হিন্দোলে, ঘনে ভূমি লৰে,
প্ৰলয় কালৰ নয় ॥
যেন সমুদ্ৰৰ, জল নিৰন্তৰ,
বায়ুৰ বেগত পৰি।
ভীষণ গৰ্জ্জন, উৰ্ম্মি আস্ফালন,
কৰে ভীম মূৰ্ত্তী ধৰি ॥ ২৪৬ ॥
সেহি পটন্তৰ, ৰাজাৰ নগৰ,
সাগৰ শঙ্কাস প্ৰায়।
যত লোক চয়, একত্ৰিত হয়,
তাৰ সীমা সংখ্যা নাই ॥
যেন পুষ্পবনে, নানা মত ৰঙ্গে,
শোভা হয় পুষ্প ৰাশি।

যেন সৰোবৰে, নানা সক্ষী চৰে,
ভিন্ন ভিন্ন দলে আসি ॥ ২৪৭ ॥
স্বর্গ ভুবনৰ, মৰ্ত্ত্য পাতালৰ,
এক হুই ত্রিভুবন।
শোভা অপ্রমিত, বর্ণনা অতীত,
দেখি হৰে মুনিমন ॥
সমস্ত লোকৰ, হেতু ভোজনৰ,
আনি নানা দ্রব্যচয়।
যতনে গোটায়, ৰাখিছে তথায়,
দেখি ক্ষুধা দূৰ হয় ॥ ২৪৮ ॥
দধি দুগ্ধ ঘৃত, শর্কৰা সন্দেশ,
মধু গুড় নবনীত।
দেব যোগ্য অন্ন, পিঠা পৰমান্ন.
তাৰ নাই পৰিমিত ॥
সুবর্ণ আসন, সুবর্ণ ভাজন,
সুবর্ণ মণ্ডিত ঘৰে।
সুবাসিত জল, সুখাদ্য সমস্ত,
শুদ্ধাচাৰী যত নৰে ॥ ২৪৯ ॥
মধুৰ বচনে, তুষি সৰ্ব্বজনে,
না না না দ্রব্য যোগায়।

খোৱা দিয়া মাত্র, শব্দ অবিৰত,
লোক মুখে শুনা যায় ॥
দেৱ ভোগ্য অন্ন, ভুঞ্জি সর্ব্বজন,
তৃপিতি লভিল বৰ।
বন্ধু বর্গ সমে, নানা লীলা ৰঙ্গে,
বঞ্চিল নৃপ নগৰ ॥ ২৫০ ॥
এহি মতে নৃপ, সন্তোষিয়া ভূপ,
আৰু অন্য লোকগণ।
আত অনন্তৰ, চিন্তি দামোদৰ,
যজ্ঞ কৰে আৰম্ভন ॥
যজ্ঞত দীক্ষিত, কৰিল নৃপক,
মুনিগণে শাস্ত্র মত।
উৰুলি মঙ্গল, কৰে সেহিক্ষণ,
কন্যাগণে আনন্দত ॥ ২৫১ ॥
মহর্ষি চ্যবন, আসি সেহিক্ষণ,
যজ্ঞত দীক্ষিত হয়।
স্বস্তী বাচন, কৰে সমাপন,
শুভক্ষণে ঋষিচয় ॥
হৃষ্টমনে মুনি, কৰি বেদ ধ্বনি,
হৰি পূজি প্রেম ভৰে।

মহামন্ত্র জপি, দেৱতাক স্মৰি,
বিধিমতে হোম কৰে ॥ ২৫২ ॥
ঋষি ভৃগু সুত, সৰ্ব্বগুণ যুত,
বুদ্ধিত কুশল আতি।
যাৰ যেন ভাগ, দিয়ে কৰি আগ,
দেৱেলয় হাত পাতি ॥
বোলে শুক মুনি, শুনা নৃপমনি,
এহি বেলা তপোধন।
পূৰ্ব্ব কথা স্মৰি, চায় আগ গুৰি,
নিৰিক্ষয় দেৱগণ ॥ ২৫৩ ॥
অশ্বিনীকুমাৰ, বৰ উপকাৰ,
কৰিছে পূৰ্ব্বত মোক।
মিত্রৰ অভীষ্ট, পুৰাইবোহো নিষ্ট,
কৰ্ম্মে যেহি লাগে হোক ॥
এহি বুলি ঋষি, সমন্ত্রে হৰিষি,
অৰ্ঘ্য পুৰি সোমৰস।
দিলে দুইকো দান, কৰি বহুমান,
ৰাখিয়া বিপুল যশ ॥ ২৫৪ ॥
যজ্ঞ ভাগ পাই, দুয়ো দুইকো চাই,
অশ্বিনীকুমাৰ ৰঙ্গে।

পুৰিয়া উদৰ, কৌতুক বিস্তৰ,
ঋষিক প্ৰশংসে ঘনে।।
হেন অথন্তৰ, দেখিয়া দেৱৰ,
ক্ৰোধ বাঢ়িলন্ত আতি।
অন্যো অন্যে চাই, সবাকো শুনাই,
ঋষিক কৰন্ত ঘাটি॥ ২৫৫ ॥
ভৃগুৰ নন্দন, অতি অভাজন,
আৰ জ্ঞান গৈল হৰি।
বৈদ্যে দিয়া মান, কৰে অপমান,
আমাক তাচ্ছল্য কৰি॥
বিধি পূৰ্ব্বা পৰ, জানে ঋষিবৰ,
বৈদ্যৰ যজ্ঞাংশ নাই।
নকৰি বিচাৰ, ইটো দুৰাচাৰ,
কিয় পূজে চক্ষু খাই॥ ২৫৬ ॥
যোগ ত্যাগ কৰি, গৃহাশ্ৰম ধৰি,
নাৰীত আশক্ত অতি।
সিহেতু পামৰ, কৰে অনাচাৰ,
ছন্ন হুয়া মতি গতি॥
কামুক জনৰ, অস্থিৰ মনৰ,
ধৰ্ম্ম কৰ্ম্ম পণ্ডশ্ৰম।

কিবুজিবা ইটো, দেৱৰ মহিমা,
জ্ঞান যাৰ পশু সম ॥ ২৫৭ ॥
হুইয়া পাগল, কিয় যজ্ঞ স্থল,
আসি হয় অগ্রগামী।
আহা দেৱ বল, দিওঁ প্রতিফল,
যেই করে কৃষ্ণস্বামী ॥
এহি বুলি দেৱে, নানা কদর্থনা,
কৰিল ঋষিক চায়।
ইন্দ্রে বজ্র ধৰি, যায় ক্রোধ কৰি,
কালান্তক অগ্নি প্রায় ॥ ২৫৮ ॥
দেখা সাধু নৰ, বল মহত্তৰ,
সেহি বেলা দেৱৰাজ।
ঋষিৰ তেজত, হুয়া জ্ঞান হত,
পৰিল সভাৰ মাজ ॥
যাৰ দামোদৰ, সখা নিৰন্তৰ,
তাৰ কিবা আছে ভয়।
ডৰে যম ৰায়, দূৰতে পলায়,
ইন্দ্র কোন তুচ্ছ হয় ॥ ২৫৯ ॥
শুদর্শন ধৰি, সদা দেৱহৰি,
সঙ্গে থাকে ভকতৰ।

সুখে সুখি কৰি, দুখে দুখ হৰি,
কৌতুক বঢ়ায় বৰ ॥
হেন ভকতৰ, কি সাধ্য বজ্রৰ,
সংহাৰিব মূৰ্ত্তি ধৰি ।
বৃথা সুৰপতি, কৰিয়া অনীতি,
থাকিল শঙ্কটে পৰি ॥ ২৬০ ॥
দেখি দেৱচয়, হুয়া মহাভয়,
আগ বাঢ়ি নম্রভাৱে।
পৰম চিন্তায়, নেদেখি উপায়,
পৰিল ঋষিৰ পাৱে ॥
নমো তপোধন, ভৃগুৰ নন্দন,
অনন্ত তব শকতি।
নেজানি তোমাক, বোলো মন্দবাক,
ৰক্ষা কৰা মহামতি ॥ ২৬১ ॥
দেবাসুৰ নৰ, বিস্ময় অন্তৰ,
দেখিয়া ভাৱ তোমাৰ।
তব ক্রোধে হয়, জগত প্রলয়,
ক্ষমা কৰা এই বাৰ ॥
প্রার্থো মুনিবৰ, কাতৰ অন্তৰে,
আমি সবে তুয়া পাৱ।

হুয়োক প্ৰসন্ন, এই নিবেদন,
দেৱৰ এড়িয়া দায় ॥ ২৬২ ॥
আমি যেন মন্দ, ভৈল তাৰ দণ্ড,
কৰিয়ো আৰ বিধান।
সুখ্যাতি ধৰায়, ৰাখি ঋষি ৰায়,
দিয়া শচিপতি দান ॥
হেন বাণী শুনি, ঋষি মনে গুণি,
দেৱক দিলে উত্তৰ।
বলিৰ ভকত, সমস্ত জগত,
ধৰ্ম্ম ইটো সংসাৰৰ ॥ ২৬৩ ॥
সেহি অনুসাৰে, দেখিলা বিচাৰি,
মোৰ শক্তি বল যত।
সামৰ্থ্যে নোৱাৰি, হুয়া ভিক্ষা হৰি,
ধৰা আসি চৰণত ॥
যি কৰিলা দোষ, নাই তাত ৰোষ,
স্বস্থ হোবা দেৱগণ।
এহি বুলি মুনি, দুই হাতে তুলি,
ইন্দ্ৰকো কৰে চেতন ॥ ২৬৪ ॥
হাত বুলাই গাৰে, বোলে নম্ৰ ভাৰে,
উঠা উঠা সুৰপতি।

কৰ্ম্ম দোষে মন, হয় তব ছন্ন,
স্থিৰ কৰা নিজমতি ॥
হেন মতে ঋষি, ইন্দ্ৰক হৰিষি,
প্ৰবোধ দিয়ন্তে আছে।
হস্ত পৰশনে, সংজ্ঞা পাই মনে,
নয়ন মেলিল পাছে ॥ ২৬৫ ॥
আগতে ঋষিক, দেখি সুৰপতি,
ভৈল অতি লজ্জা ভাৱ।
অনেক বিনয়, কৰি দেৱৰায়,
পৰিল ঋষিৰ পাৱ ॥
তোমাৰ কটাক্ষে, জগত বিনাশে,
মই কোন তুচ্ছ প্ৰাণী।
এবাৰ দোষক, ক্ষমিয়োক মোৰ,
অবোধ সন্তান জানি ॥ ২৬৬ ॥
মায়া মোহে পৰি, জ্ঞান পথ এড়ি,
সদা মোৰ অহঙ্কাৰ।
সিহেতু নজানি, তুমি মহন্তৰ,
কৰিলোহো অপকাৰ ॥
ইন্দ্ৰৰ বচন, শুনি তপোধন,
সাদৰে বুলিল বাণী।

এড়া অনুশোচ, নাই মোৰ ৰোষ,
তাৰ অৰ্থে বজ্ৰপাণি ॥ ২৬৭ ॥
তব মধুময়, শুনি বাক্য চয়,
তৃপিতি লভিলো বৰ।
এড়ি চিন্তা দুখ, কৰা মন সুখ,
মোৰ বাক্যে সুৰেশ্বৰ ॥
নানা মিষ্ট বাক্যে, সাদৰি ইন্দ্ৰক,
পুনঃ যজ্ঞশালে বসি।
অবশিষ্ট অংশ, কৰিল সম্পূৰ্ণ,
পৰম আনন্দে ঋষি ॥ ২৬৮ ॥
শয়ন ভোজনে, আবাস ভবন,
দান দক্ষিণাত আতি।
কৰিল সন্তোষ, নাই কাৰো ৰোষ,
আগত থাকি শৰ্য্যাতি ॥
বস্ত্ৰ আভৰণ, নানা ৰত্ন ধন,
বৎসসহ গাভীগণ।
দিল দ্বিজগণে, সন্তোষিত মনে,
সুখী হৈল সৰ্ব্বজন ॥ ২৬৯ ॥
ৰাজা সকলকো, নানা সাধুবাদে,
নৃপতি প্ৰশংসা কৰি।

যথা যোগ্যদান, দিল কৰি মান,
সকলোৰে মন পুৰি ॥
হীৰা মুক্তা মণি, সুন্দৰী ৰমণী,
বহু মূল্য পৰিচ্ছদ।
দিয়া বহুতৰ, তুষিলা নৃপৰ,
অভিলাষ মহাৰথ ॥ ২৭০ ॥
আত অনন্তৰ, যত নৰবৰ,
ৰাজ আজ্ঞা লৈয়া সুখে।
স্ব স্ব বাহন, কৰে আৰোহণ,
নিজ দেশ অভিমুখে ॥
পৰম সম্ভ্ৰমে, নৃপ সেহিক্ষণ,
সুধাসম কথা কৈ।
সকলোৰে মন, কৰিল প্ৰসন্ন,
আগবাঢ়ি লগে গৈ ॥ ২৭১ ॥
পাছে নৰবৰ, যত নাগ নৰ,
এৰূপে বিদায় কৰি।
মহা আনন্দত, ৰহিল গৃহত
নিজ মনোবাঞ্চা পুৰি।
দেখা সাধুজন, হৰিভক্তিধন,
সম্পাতিৰ কেনে বল।

ইন্দ্র দেৱৰায়, চেতন হৰাই,
মনুষ্যৰ আগে ৰ'ল ॥ ২৭২ ॥
ভকতি সমান, ধন আহি আন,
ইহ পৰলোক নাও।
জ্ঞানি নৰগণ, দিয়া প্ৰাণমন,
ভজিয়ো হৰিৰ পাৱ ॥
কৰিছো কাকুতি, এড়ি আনমতি,
বিভুপদ হৃদে ধৰি ।
দিবস শৰ্ব্বৰী, ফুৰা ৰঙ্গ কৰি,
মুখে বুলি হৰি হৰি ॥ ২৭৩ ॥

---

## পদ।

শুক বোলে শুনিলাহা ৰাজা পৰীক্ষিত।
হৰি তুল্য হয় ঋষি হৰিৰ ভক্তিত ॥
দেৱকো কৰিল বশ্য নিজ তেজ বলে।
যাহাৰ আদেশ মতে দেৱতা সকলে ॥ ২৭৪ ॥

অশ্বিনীকুমাৰ দুইকো দিয়ে যজ্ঞ ভাগ।
পূৰ্ব্বকথা স্মৰি কাৰো নাই দ্বেষ ৰাগ ॥
ঋষিৰ কৃপাত মনোৰথ পূৰ্ণ কৰি।
আনন্দে ৰহিল বৈদ্য অমৰ নগৰী ॥ ২৭৫ ॥
যজ্ঞ শেষে মহৰ্ষিও থাকি দিন ছয়।
ৰাজাত মেলানি মাগি গৈল নিজালয় ॥
অতুল বৈভব ভোগ কৰি মুনিবৰ।
সংসাৰ বাসনা ক্ৰমে গুছিল মনৰ ॥ ২৭৬ ॥
হৰিৰ সেৱায় চিঙ্গি সংসাৰ বন্ধন।
ঈশ্বৰ প্ৰেমত তান মগ্ন ভৈল মন ॥
যিজনে হৰিৰ নিতে পাই পদ ছাঁয়া।
তাঙ্ক কি কৰিবে ইটো সংসাৰৰ মায়া ॥ ২৭৭
ধন জন পুত্ৰ ভাৰ্য্যা কিবা তান ঠাই।
কাচে যেন নাই মায়া মাণিক্যক পাই ॥
সেহি মতে হৰি পদে কৰি মন স্থিৰ।
যোগসাধি এড়িলন্ত মনুষ্য শৰীৰ ॥ ২৭৮ ॥
ভাগৱত কথা ইটো অমৃত সমান।
চ্যবন চৰিত্ৰ সুকন্যাৰ উপাখ্যান ॥
যি জনে পঢ়য় আক হৈয়া শ্ৰদ্ধাযুত।
তাহাত প্ৰসন্ন সদা হোৱয় অচ্যুত ॥ ২৭৯ ॥

সন্তৰ চৰিত্ৰ শুনি শুদ্ধ হব মন ।
বাঢ়িব নিৰ্ম্মল ভক্তি বিভুৰ চৰণ ॥
আতপৰে শ্ৰেষ্ঠ কৰ্ম্ম মনুষ্যৰ নাই ।
বিফলে জনম যায় ভকতি বিনাই ॥ ২৮০ ॥
ক্ষণিকো বিশ্বাস নাই নশ্বৰ জীবন ।
মায়াত পড়িয়া অন্ধ হোৱা কিকাৰণ ॥
এই ধন জন সুখ নাথাকে নিশ্চয় ।
অনন্ত আশাত মাত্ৰ আয়ু হয় ক্ষয় ॥ ২৮১ ॥
যদিও নৰৰ হয় বিভূতি অপাৰ ।
তথাপি আশাৰ কিছু নপাৱয় পাৰ ॥
অল্প বস্তু পাইলে কৰে বিস্তৰক আশ ।
অধিক লভিও নুপূৰয় অভিলাষ ॥ ২৮২ ॥
অনেক লভিয়া নৰে পুনঃ কৰে মন ।
কিৰূপে ৰাজাৰ তুল্য হয় তাৰ ধন ॥
যদিবা ৰাজাৰ সম তাৰ ধন হয় ।
ক্ৰমে ক্ৰমে সিটো নৰে ৰাজ্যক বাঞ্চয় ॥ ২৮৩ ॥
ভাগ্যবলে ৰাজ্য পালে চিন্তে নিৰন্তৰ ।
কিমতে ৰাজ্যৰ অংশ ক্ৰমে হয় বৰ ।
এহিমতে হয় যদি ৰাজ চক্ৰবৰ্ত্তী ।
সপ্তদ্বীপ লভো শেষে কৰে আশকতি ॥ ২৮৪ ॥

এহিৰূপে সৰ্ব্বজন ভুবন ভিতৰে।
দুখী ধনী ৰাজা প্ৰজা সবে চিন্তা কৰে॥
ধনে জনে কোনোমতে সমস্ত লোকৰ।
শৰীৰৰ সুখ হয় এই চিন্তা জ্বৰ॥ ২৮৫॥
সুখৰ চিন্তায় আয়ু ক্ৰমে হয় ক্ষয়।
দেখোতে দেখোতে আসি মৃত্যুৰ সময়॥
আজি কিবা কালি যাব যমৰ সদন।
তথাপি নিছিগে ঘোৰ মায়াৰ বন্ধন॥ ২৮৬॥
জীৱ থাকে মানে ধনকে সে কৰে ধ্যান।
আচৰিত কৰ্ম্ম দেখি দহে মন প্ৰাণ॥
যাৰ কৰুণাৰ কিছু নাই পাৰাপাৰ।
যাৰ কৃপাগুণে আছে অখিল সংসাৰ॥ ২৮৭।
স্থাবৰ জঙ্গম আদি যত প্ৰাণিগণ।
যাক এড়ি মুহূৰ্ত্তেকো নৰয় জীৱন॥
হেনয় কৃপালু দেব জগতৰ স্বামী।
দৃঢ়মনে ধৰা তান চৰণ দুখানি॥ ২৮৮॥
যিজনে হৰিত সঁপিয়াছে প্ৰাণমন।
তান সম ভাগ্যৱন্ত আছে কোনজন॥
মহামুনি মাৰ্কণ্ডেয় আগে শুলপাণি।
তাহাঙ্ক প্ৰশংসি ৰঙ্গে বুলিলন্ত বাণী॥ ২৮৯॥

ময় ব্ৰহ্মা বিষ্ণু আমি তিনিও ঈশ্বৰে।
তুমি হেন ভক্ত কেসে বন্দো নিৰন্তৰে॥
জলময় তীৰ্থ যত দেৱৰ মহিমা।
কতকালে কৰে শুদ্ধ তাৰ নাহি সীমা॥ ২৯০॥
তুমি হেন মহন্তক দেখে যিটো জনে।
পাপমল গুচি শুদ্ধ হোৱে তাৱক্ষেণ॥
যিটো মহাপাতকী পৰম অন্ত্যজাতি।
শ্ৰবণ দৰ্শনে যাৰ শুদ্ধ হোৱে আতি॥ ২৯১॥
হেন ভকতক যিটো কৰে সম্ভাষণ।
তাহাৰ নিসিজে জানা কোন প্ৰয়োজন॥
তুমি মহা মহন্তৰে কৰিলো আলাপ।
কায় বাক্য মনৰ গুচিল যত তাপ॥ ২৯২॥
আজিৰ দিবস ভৈল সফল আমাৰ।
এহিমতে মহেশে প্ৰশংসি বাৰম্বাৰ॥
ভকতক নানা মতে সন্তোষ কৰিল।
ভকতি বলেৰে ঋষি জগত জিনিল॥ ২৯৩॥
আৰু শুনা মহন্তৰ বল সাধুনৰ।
দৈত্যকুলে জন্মিয়া প্ৰহ্লাদ নৃপবৰ॥
গৃহাশ্ৰম ৰাজ্যচৰ্চ্চা কৰি নৰপতি।
হৰিত কৰিলে তেঁও একান্ত ভকতি॥ ২৯৪॥

সৰ্পৰে দংশাই আৰু অগ্নিত পেলাই ।
নোৱাৰিলে দহিবাক যাৰ পূণ্য কায় ॥
যাৰ বাক্যপালি হৰি স্তম্ভৰ ভিতৰ ।
নৰসিংহ ৰূপে দেখা দিল বিশ্বম্ভৰ ॥ ২৯৫
দৈত্যবধি বিশ্বপতি অস্থিৰ ক্রোধত ।
দেৱে কৰিলন্ত স্তুতি হুয়া দণ্ডৱত ॥
ব্রহ্মা হৰ লক্ষী আদি দেৱ দেবীচয় ।
প্রচণ্ড তেজক দেখি ভয়ে দূৰ হয় ॥ ২৯৬ ॥
শান্ত কৰিবাক নোৱাৰিল কোনজন ।
সেহিবেলা দৈত্যপতি প্রহ্লাদ সুজন ॥
অভয় চৰণে পৰি কৰি স্তুতি নতি ।
হৰিক কৰিল তুস্ট হেলে দৈত্যপতি ॥ ২৯৭ ॥
ভকতি সমান বল সংসাৰত নাই ।
হনুৰ চৰিত্র দেখা ৰামায়ণ চাই ॥
বনৰ বানৰ সিটো অপবিত্র অতি ।
দাস বুলি সাদৰিলে তাকো ৰঘুপতি ॥ ২৯৮ ॥
সূত মহামুনি অতি হৰিত ভকত ।
অদ্যাপিও যাৰ যশে ব্যাপিত জগত ॥
নীচ বুলি দ্বিজগণে ঘৃণা নকৰিল ।
গুৰু মানি ভাগৱত আনন্দে শুনিল ॥ ২৯৯ ॥

পৰম ভকত জানি গুহক চাণ্ডাল।
তাহাতো প্ৰসন্ন ভৈল ৰাম মহিপাল ॥
সখি কৰি ৰামচন্দ্ৰ ৰঘু কুলমনি।
তান গৃহে কৃপা কৰি বঞ্চিল ৰজনী ॥ ৩০০ ॥
ৰাক্ষস কুলত জন্মি ভক্ত বিভীষণ।
একমনে সেবিলেক হৰিৰ চৰণ ॥
জাতি কুল নিবিচাৰি দয়াময় ৰাম।
মিত্ৰ বুলি পুৰাইলন্ত তান মনস্কাম ॥ ৩০১ ॥
নীচকুলে জন্মধৰি কবিৰ স্থমতি।
কৰিলে একান্ত মনে হৰিত ভকতি ॥
যাহাৰ ভকতি দেখি স্নেহত ভক্তৰ।
কান্ধে বৈ ভক্ষ দিলে আপুনি ঈশ্বৰ ॥ ৩০২ ॥
গুৰু মানি বশ ভৈল লোক অসংখ্যাত।
অদ্যাপিও যাৰ যশে জগত্ত প্ৰখ্যাত ॥
শুদ্ৰকুলে জন্মধৰি শ্ৰীমন্ত শঙ্কৰ।
নাম ধৰ্ম্ম প্ৰচাৰিলে মহা পুৰাণৰ ॥ ৩০৩ ॥
ভাগৱতী নাম ধৰ্ম্ম সূৰ্য্য পোহৰত।
উজ্জ্বলালে অসমৰ লোকৰ স্নেহত ॥
যাৰ নাম ধৰ্ম্ম লৈ সন্ত সাধুজনে।
গুৰু বোলাই লোক মাজে বঞ্চে স্থখ মনে ॥ ৩০৪ ॥

জগৎগুৰু বুলি যাক পূজে নানা ঠাই।
যাহাৰ অতুল কীৰ্ত্তি জ্বলিছে সদাই ॥
অম্বৰীষ নামে ৰাজা ভক্ত শিৰোমণি।
যাৰ কীৰ্ত্তি ব্যাপিয়াছে সমস্ত ধৰণী ॥ ৩০৫ ॥
আসি দিলে ব্ৰহ্মশাপ দুৰ্ব্বাসা ক্ৰোধত।
তাকো নিবাৰিলে তেঁও ভকতি বলত ॥
অন্তৰ্য্যামী ভগৱন্তে আছিলেক চাই।
ৰক্ষা হেতু শুদৰ্শন দিলেক পঠাই ॥ ৩০৬ ॥
ঋষিক খেদিবে লৈল চক্ৰ সেহিক্ষণ।
আশ্চৰ্য্য দেখিয়া তান উড়িল জীবন ॥
আগে আগে যাৱে লৰ ভয়ত প্ৰাণৰ।
পাছে পাছে খেদি ফুৰে চক্ৰ ভয়ঙ্কৰ ॥ ৩০৭ ॥
শ্ৰুতি বুদ্ধি নাই তান ক'তো ৰক্ষা নাই।
দেৱতাগণতো ঋষি খুজিল সহাই ॥
হৰিৰ দ্ৰোহিয়া বুলি দেৱাসুৰ নৰে।
নিদিলে আশ্ৰয় কেঁও পৃথিবী ভিতৰে ॥ ৩০৮ ॥
অস্থিচৰ্ম্ম সাৰ মুনি খেদাত চক্ৰৰ।
নোৱাৰে লৰিব আৰু প্ৰাণৰ কাতৰ ॥
উপায় নাপাই দেখি প্ৰাণৰ শঙ্কট।
হৰিৰ চৰণে গৈয়া ভৈল দণ্ডৱত ॥ ৩০৯ ॥

ৰক্ষা কৰা জগন্নাথ বুলি ঋষিৰায়।
আগতে পৰিয়া ৰৈল শকতি বুদ্ধি নাই॥
হেন অথন্তৰ দেখি জগত ঈশ্বৰ।
ঋষিক বুলিল যোৱা ৰাজাৰ ওচৰ॥ ৩১০॥
তেহো কৰিবাক পাৰে তোমাৰ নিস্তাৰ।
ভকত দ্ৰোহিৰ মোৰ নাই অধিকাৰ॥
হেন বাণী শুনি ঋষি জানিয়া শঙ্কট।
উঠিব নোৱাৰে তবু প্ৰাণৰ ভয়ত॥ ৩১১॥
মৰোঁ৷ জিউ কৰি গৈয়া সিটো ঋষিবৰ।
চৰণে পৰিল ৰাখা বুলি দণ্ডধৰ॥
হৰিৰ মহিমা জানি ৰাজা দয়াময়।
স্থিৰ হোৱা বুলি তাঙ্ক কৰিল নিৰ্ভয়॥ ৩১২॥
স্তুতি কৰি সন্তোষিলা চক্ৰ সুদৰ্শন।
তবে গৈল বিষ্ণু অস্ত্ৰ বিষ্ণুৰ সদন॥
মহাকবি তুলসীদাস পৰম ভকত।
যাহাৰ কবিত্ব কীৰ্ত্তি অতুল জগত॥ ৩১৩॥
যাৰ ব্ৰতে তুষ্ট লভি দয়াময় ৰাম।
ভৃত্য বুলি দেখাদিল পুৰি মনস্কাম॥
ধন্য ধন্য ভক্তি আচৰিলে বলি ৰাই॥
যাহাৰ দ্বাৰত হৰি থাকন্ত সদাই॥ ৩১৪॥

অসীম ধৰ্ম্মৰ বল হৰি ভকতৰ।
যাক স্নেহে ৰাখিফুৰে সদা গদাধৰ ॥
হেন সাধুমহন্তৰ যতেক মহিমা।
কোনে কহি অন্ত পাব নাই তাৰ সীমা ॥ ৩১৫ ॥
নিজ মুখে কৃষ্ণ দেৱে কহিয়া আছন্ত।
মোত কৰি শ্রেষ্ঠ জানা ভকত মহন্ত ॥
হৰিৰ সন্তোষ আৰু আপোনাৰ গতি।
যদি চোৱা কৰা তেন্তে হৰিত ভকতি ॥ ৩১৬ ॥
মহন্তৰ চৰিত্রত লৌয়োক প্রমান।
কোন শ্রেষ্ঠ আছে হৰি ভকতি সমান ॥
হে কৃপাময় হৰি করুণা সাগৰ।
তোমাৰ অভয় পদে কৰিছো কাতৰ ॥ ৩১৭ ॥
তোমাৰ কৃপাত লভি যত ধন জন।
দিন ৰাত্রি তাতে মোৰ মগ্ন হয় মন ॥
ইহ পৰলোক বন্ধু তুমি দামোদৰ।
তুয়াপদ এড়ি অন্য চিন্তাকৰোবৰ ॥ ৩১৮ ॥
মোত পৰে পাপাচাৰী নাই সংসাৰত।
বিফল জনম মোৰ এই জগতত ॥
কাতৰ কৰিছে দাসে চৰণত ধৰি।
গুছুয়া কুমতি মোৰ মায়া দূৰকৰি ॥ ৩১৯ ॥

তোমাৰ চৰণে মোৰ স্থিৰ হৌক মতি।
নকৰা বঞ্চিত হৰি কৰিছো মিনতি॥
পৰিত্ৰাণ কৰা মোক বুলিয়া কিঙ্কৰ।
কৃপাৰ ঠাকুৰ তুমি খ্যাত চৰাচৰ॥ ৩২০॥
হৃদে তব ৰূপ ধৰি মুখে নাম স্মৰি।
তৰিবো সংসাৰ মায়া এই চিন্তা হৰি॥
কৃপাগুণে পূৰ্ণমোৰ কৰা অভিলাষ।
বিশ্বৰ পালক তুমি জগত নিবাস॥ ৩২১॥
শুনা হেৰা সৰ্ব্বজন এড়ি আনমতি।
একান্তে কৰিয়ো হৰি চৰণত ৰতি॥
তেবেসে তৰিবা ঘোৰ সংসাৰ নিকাৰ।
কলিকালে আতপৰে ভক্তি নাহি সাৰ॥ ৩২২॥
জানিয়া যতনে হৰি এক মনে ধৰা।
মুখে হৰি হৰি বুলি ভব নদী তৰা॥

লিখোতাৰ পৰিচয়।

ভাৰতৰ পূৰ্ব্বাঞ্চলে অসম ৰাজ্যৰ।
মধ্যস্থলে তেজপুৰ প্ৰসিদ্ধ চহৰ॥ ৩২৩॥
ছয় ক্ৰোশ পূৰ্ব্বে তাৰ জামুগুৰি হাত।
দোকানি বেপাৰী বহু বাস কৰে তাত॥

পানপুৰ নামে ঠাই দক্ষিণত তাৰ ।
শস্যে মৎস্যে পৰিপূৰ্ণ ভৈৰবীৰ পাৰ ॥ ৩২৪ ॥
সেহি মোৰ চেনেহৰ প্ৰিয় জন্ম ঠাই ।
দক্ষিণে পবিত্ৰ নদ ব্ৰহ্মপুত্ৰ পাই ॥
পশ্চিমে ভৈৰবী গৈ পৰিছে তথাত ।
প্ৰকৃতি দেবীয়ে সদা ক্ৰীড়া কৰে তাত ॥ ৩২৫ ॥
হৰিৰাম নামে পূৰ্ব্বে কায়স্থ কুলত ।
জন্মিছিল দক্ষ লোক খৰঙ্গি গৃহত ॥
আছিল ৰাজাৰ তেঁও প্ৰিয় সহচৰ ।
ভূপক কৰয় ৰক্ষা যত্নে নিৰন্তৰ ৩২৬ ॥
তেজে বীৰ্য্যে দেখি যাক অন্তক সমান ।
সশঙ্কিত ৰিপুকুল যাৰ বিদ্যমান ॥
সৰ্ব্বক্ষণে নৃপতিক নিজ শক্তিবলে ।
নিৰাপদে ৰাখিছিল আপোন কৌশলে ॥ ৩২৭ ॥
ৰাজ শত্ৰুমানে সব কৰিয়া নিপাত ।
লভিছিল বৰ যশ হৰিৰ কৃপাত ॥
তাহাৰ কৰ্ম্মত তুষ্ট হৈ নৰপতি ।
যম নাম দিয়ে তাঙ্ক সম্ভ্ৰমৰে অতি ॥ ৩২৮ ॥
সেহি দিনা হন্তে এহি নামে খ্যাত হয় ।
কালৰ বিচিত্ৰ গতি বুজা বৰ ভয় ॥

হৰিবেসে কৰ্ম্ম ইটো উন্নতি পতন।
আজী ধনী কালি দেখি ভিক্ষাৰী লক্ষণ ॥ ৩২৯ ॥
দৰিদ্রও কোনো বেলা ৰাজলক্ষ্মী পাই।
ধনীয়েও দেখিকত ভিক্ষা কৰি খাই ॥
হৰিৰ কৃপাত নীচ জনো উচ্চ হয়।
শ্রেষ্ঠ জনে তাৰ সেৱা কৰে অতিশয় ॥ ৩৩০ ॥
এহিমতে বিশ্বপতি জগত ভিতৰ।
লীলাচলে পূৰ্ণকৰে বাঞ্চিত মনৰ ॥
হৰিসে ৱা পাপ পূণ্য বলে নৰগণ।
নানামতে নানা পথে কৰয় ভ্রমণ ॥ ৩৩১ ॥
কোনোজন পৃথীবাৰ অধিপতি হয়।
কোনোজন ধনৱন্ত হোৱে অতিশয় ॥
কোনোজন মহাসাধু দেৱতো অধিক।
কাৰো মন্দ ব্যৱহাৰ দেখি ৰোমাঞ্চিত ॥ ৩৩২ ॥
কোৰো দেখি ভিক্ষা কৰি নুপুৰে উদৰ।
দেৱ যোগ্য অন্নে কাৰো অতৃপ্তি মনৰ ॥
কাকো দেখি কনা খোড়া অতি অসহায়।
পেটৰ ভোকত কাৰো প্রাণ যায় যায় ॥ ৩৩৩ ॥
কাকো দেখি সৰ্ব্বসুখে সুখী চিৰদিন।
কাৰো দেখি সৰ্ব্বকাল দুখে যাই দিন ॥

কোনোজন চিৰকাল অধীন পৰৰ।
নৰৰ কর্ত্তৃত্ব কোনো কৰে নিৰন্তৰ ॥ ৩৩৪ ॥
কাকো দেখি মহামূর্খ বুদ্ধি বিপৰীত।
কোনোজন মহাজ্ঞানী দেখি আচৰিত ॥
সাগৰ সমান বিদ্যা কৰি উপার্জ্জন।
কোনোজনে দেখি ধৰে পাষণ্ড লক্ষণ ॥ ৩৩৫ ॥
মহামূর্খ হুয়া কোনো সাধু ভাব পাই।
পণ্ডিতত তেনে ৰত্ন নিমিলে সদাই ॥
বিনা প্রার্থনায় কাৰো ইচ্ছা পূর্ণ হয়।
সাধনা কৰিও কাৰ ইচ্ছা সুপূৰয় ॥ ৩৩৬ ॥
ৰজোগুণে দেখি তৃপ্তি হয় কোনজন।
তমোগুণে পূর্ণ হয় কাৰো প্ৰাণ মন ॥
সত্বগুণে গুণী কোনো জগত ভিতৰ।
তিনিগুণ সমভাবে ৰাখে কোন নৰ ॥ ৩৩৭ ॥
এহিমতে জগতত কৃপাময় হৰি।
কর্ম্মমতে পালিয়াছে বিশ্ব মূর্ত্তি ধৰি ॥
মন্নু কৃষ্ণ মনিপদ হৰিপদ নাম।
পঞ্চ পুৰুষৰ অন্তে জন্মে শম্ভুৰাম ॥ ৩৩৮ ॥
অতি তেজৱন্ত তেঁও বুদ্ধিত পাৰ্গত।
যাৰ হাতে তিনিজন শত্রু হয় হত ॥

নোমল নামৰে জন্মে তেঁওৰ সন্তান।
পিতৃসম পৰাক্ৰমী অতি জ্ঞানবান ॥ ৩৩৯ ॥
জ্যেষ্ঠ গুণাৰাম আৰু কলিয়া মোহণ।
তনুৰাম আদি তেঁওৰ পুত্ৰ তিনিজন ॥
চণ্ডিৰাম নামে হয় তনুৰ সন্ততি।
কলিয়াৰ সুত মই দণ্ডী হীনমতি ॥ ৩৪০ ॥
মতি অনুসাৰে মূঢ়ে ধৰ্ম্ম শাস্ত্ৰ চাই।
বিচাৰিয়া মনুষ্যৰ তৰণ উপায় ॥
নাৰীতত্ত্ব তীৰ্থতত্ত্ব ধৰ্ম্মতত্ত্ব দুই।
স্নকন্যা চৰিত্ৰ আদি ৰচো মূঢ় হুই ॥ ৩৪১ ॥
সংসাৰে যতেক আছে সাধু মহাজন।
কৰিছো প্ৰণাম দাসে সবাৰো চৰণ ॥
মূৰ্খ বুলি নুবুলিবা মোক নিন্দা বাণী।
ধৰ্ম্ম শাস্ত্ৰ বুলি শ্ৰদ্ধা কৰা সাৰ মানি ॥ ৩৪২ ॥
যদিও অপাত্ৰ ময় হৰিৰে সে দাস।
যেন মতি দিলে মোক জগত নিবাস।
সেহিমতে শ্ৰীহৰিৰ প্ৰীতি আশা কৰি।
নিবন্ধিলো ইটো তত্ত্ব শক্তি অনুসৰি ॥ ৩৪৩ ॥
হৰিৰ তৃপিতি সাধু সন্তৰ সেবন।
সৰ্ব্বভুতে আত্মভাব স্বধৰ্ম্ম ৰক্ষণ ॥

মুখ্য প্ৰয়োজন এই মোৰ জীবনৰ।
আন একো নবাঞ্চো হো পালে এহি বৰ ॥ ৩৩৪ ॥
সাধুজনে কৃপা কৰি চিন্তা মোৰ হিত ॥
অধমৰ পূৰ্ণ হৌক মনৰ বাঞ্চিত ॥
মূৰ্খ বুলি নকৰিবা মোক অনাদৰ।
বিচাৰিলে পৰস্পৰ সুহৃদ সোদৰ ॥ ৩৩৫ ॥
অসংখ্য মনুষ্যে পূৰ্ণ বিস্তীৰ্ণ সংসাৰ।
জানিবা হৰিৰ ইটো ক্ষুদ্ৰ পৰিবাৰ ॥
তাহাৰে সে পুত্ৰ নাতী আমি নৰচয়।
কৰ্ম্ম হেতু উচ্চ নীচ জানিবা নিশ্চয় ॥ ৩৩৬ ॥
শ্ৰীহৰি ভজনে জীৱ হয় বলিয়ান।
সেহি সব নৰ জানা জগতে প্ৰধান ॥
হৰিৰ অপ্ৰীতি যিটো থাকে কৰ্ম্ম কৰি।
সিসব আপোন দোষে থাকয় অন্তৰি ॥ ৩৩৭ ॥
যদিও মূৰুখ জনে মন্দ কৰ্ম্ম কৰে।
তথাপি জ্ঞানিয়ে তাক ক্ষমিব সাদৰে ॥
ক্ষমাই সাধুৰ মাত্ৰ শ্ৰেষ্ঠ অলঙ্কাৰ।
সেহিগুণে কৰা মোক পাপীক উদ্ধাৰ ॥ ৩৩৮ ॥
মাধৱৰ গুণনাম জগতৰে সাৰ।
তাকেসে অধমে মাত্ৰ কৰিলো প্ৰচাৰ ॥

হৰি কথা বুলি আত কৰিবা আদৰ।
শামুকে জন্মিত মুক্তা ত্যজে কোন নৰ॥ ৩৪৯॥
জীবন অস্থিৰ ইটো সম্পদ অস্থিৰ।
অত্যন্ত চঞ্চল যেন পদ্ম পত্ৰ নীৰ॥
ইহাত বিশ্বাস কৰি বৃথা বোঝা বহি।
পৰকালে হোৱা কিয় যমৰ আলহি॥ ৩৫০॥
কাতৰ কৰিছো সবে এড়া অভিমান।
পৰম পিতাৰ পদে দিয়া মন প্ৰাণ॥
অতপৰে মুখ্যকৰ্ম্ম মনুষ্যৰ নাই।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ আত সবে পাই॥ ৩৫১॥
হেন জানি সৰ্ব্বজনে ছিঙ্গি মোহ জনী।
জন্মৰ সাফল কৰা স্মৰি ৰাম হৰি॥

অন্ত।